প্ৰথম লয়ার্চ সংস্কৰণ

প্ৰকাশক

শ্ৰীবিচিত্ৰনাৰায়ণ দত্ত বৰুৱা বি-এল

**লয়ার্চ বুক ষ্টল**

গুৱাহাটী, অসম

* *

মুদ্ৰাকৰ

শ্ৰীতীৰ্থনাথ পাল

**নবজীৱন প্ৰেছ**

৬৬, গ্ৰে ষ্ট্ৰীট

কলিকতা-৬

* *

ৰছনা কাল

১৯৫২—১৯৫৫

* *

প্ৰচ্ছদপট

নবকান্ত বৰুৱা

* *

দাম—১॥০

—মৰমৰ ভাইটি পদ্মৰ হাতত—

# পৰ্দা

আধা খোৱা মদৰ গিলাচটো মুখৰ আগত লৈ, মিঃ পেৰাৰাই ৰঞ্জিতহঁতৰ আগত বৌদ্ধ-দৰ্শনৰ ব্যাখ্যা কৰি আছিল। ঠিক তেনে সময়তে গৈ ওলালোগৈ মই আৰু মুণীন। হঠাতে ঠমক খাই ৰৈ গ'ল পেৰাৰা। গিলাচটোৰ তলিলৈকে উদং কৰি টেবুলত ঠেকেছা মাৰি থৈ, চিগাৰেটৰ কাৰণে তেওঁ মুণীনৰ জেপত হাত ভৰালে। খুব ডাঙৰ বিপদ এটাৰ পৰা নিষ্কৃতি পোৱাৰ দৰে মুখৰ ভাব কৰি, সতীশে মোৰ মুখলৈ চাই এটা স্বস্তিৰ নিশ্বাস পেলালে। তাৰ মনৰ ভাব বুজিব পাৰি, অলপ দুষ্টামি কৰিবৰ মনেৰে মই পেৰাৰাক মাত লগালোঁ,—'ৰৈ গ'ল কিয় পেৰাৰা? আজি আপোনাৰ বৌদ্ধ-দৰ্শন শুনিম বুলিয়েই আহিছোঁ।'—'বৌদ্ধ-দৰ্শন আৰু কি শুনিব বৰুৱা? সকলো দৰ্শনৰে সাৰ-মৰ্ম মই বিচাৰি পাইছোঁ, 'ইউ নেভাৰ কেন টেল'ৰ বোহানৰ সেই লাইনটোত—ইট্‌ছ্ আনওৱাইছ্ টু বি বৰ্ণ্, ইট্‌ছ্ আনওৱাইছ্ টু বি মেৰেড্, ইট্‌ছ্ আন্‌ওৱাইছ্ টু লিভ্ এণ্ড্ ইট্‌ছ্ ওৱাইছ্ টু ডাই।' পেৰাৰাই তেওঁৰ বহু-বিজ্ঞপিত জীৱন-দৰ্শন আকৌ এবাৰ ঘোষণা কৰিলে।

মুণীন ঠিক সেই ধৰণৰ মানুহ, যি নিজৰ জীৱনৰ দুখ আৰু ব্যৰ্থতাৰ কথা ৰহণ-সনা ভাষাত কৈ আনৰ সহানুভূতি বিচৰাটো অতি ঘৃণা কৰে। পেৰাৰাৰ স্বভাব ঠিক তাৰ ওলোটাতো। সেই কাৰণে পেৰাৰাই মুখ খুলিলেই মুণীনে গাটো জ্বলি যোৱা যেন অনুভৱ কৰে। আজি পেৰাৰাৰ মুখ দেখিয়েই সি বুজিব পাৰিলে যে বক্তৃতাৰ এয়া ভূমিকাহে,—আচল সোপা বাকী আছেই। গতিকে আগন্তুক বিপদৰ পৰা নিস্তাৰ পাবৰ কাৰণে সি 'চম্পা, অ' চম্পা' বুলি চিঞৰি ভিতৰলৈ সোমাই গ'ল।

সতীশে হেমলেটৰ দৰে মুখখন কৰি ৰঙা পৰ্দাখনৰ সিফালৰ ৰক্তাভ অন্ধকাৰ খিনিলৈ তভক মাৰি চাই ৰ'ল। পেৰাৰাই আয়নাত মুখ চাই ইঁহাৰ দৰে মুখৰ ভাব কৰি শূন্য গিলাচটোলৈ চাই এটা বিষণ্ণ হাঁহি মাৰিলে। ৰঞ্জিতে মুখৰ ভিতৰতে গুন-গুণকৈ এটা গান ধৰিলে। অলপ বুধিয়ক মানুহেই বুজিব পাৰিব যে তাৰ গুন-গুণনিটো কোনো মানসিক আবেগৰ স্বতঃস্ফূৰ্ত্ত প্ৰকাশ নহয়; মনৰ অবদমিত উত্তেজনা এটা লুকুৱাই ৰাখিবলৈ কৰা এটা ভুৱা আবৰণহে।

মোৰ ইয়াত কৰিবলৈ একো নাই। মই মাত্ৰ নীৰব দৰ্শক। সতীশৰ ইয়াত মদ খাবলৈ আৰম্ভ কৰাৰ পৰা দেখি আহিছোঁ যে কেতিয়াবা হঠাতে কিবা এটা চেলু লৈ মুণীন ৰঙা পৰ্দাখন ঠেলি ভিতৰলৈ সোমাই যায়, লগে লগে সতীশ, ৰঞ্জিৎ আৰু পেৰাৰাৰ মাজত ওপৰোক্ত লক্ষণ বোৰ প্ৰকাশ পাবলৈ ধৰে। ইয়াৰ মাজত কি ৰহস্য সোমাই আছে, মই নেজানো।



এটা কথা মাত্ৰ বুজিছোঁ যে এনে এডাল তাঁৰ নিশ্চয় আছে, য'ত আঘাত কৰিলে এই আটাইকেইখন হৃদয়তে একে লগে গুঞ্জন উঠে। কিন্তু ক'ত আছে সেই তাঁৰ ?

—আপুনি গল্প লিখে ?

পেৰাৰাই হঠাতে মোক প্ৰশ্ন কৰিলে।

তেওঁৰ মুখত তেনে এটা প্ৰশ্নৰ কাৰণে মই মুঠেই সাজু নাছিলোঁ। অলপ থতমত খাই গ'লোঁ। কথাবাৰত কিবা উপহাসৰ ইংগিত আছে নেকি, বুজিবৰ কাৰণে অলপ সময় পেৰাৰাৰ মুখলৈ চাই ৰলোঁ। কিন্তু তেওঁৰ মুখ চাই একো ঠাৱৰ কৰা সম্ভৱ নহয়। অকাল-প্ৰৌঢ়ত্বৰ বলিৰেখা-অংকিত, কঠিন, সেই আপচু মুখখন কোনো দিন কোনো আবেগৰ ঢউ লাগি চঞ্চল হৈ উঠা নাই। পেৰাৰাৰ প্ৰশ্নটোৰ উত্তৰ দিবলৈ পাহৰি মই তেওঁৰ মুখখনলৈকে চাই ৰলো—জীৱনত যেন এই প্ৰথম দেখিলোঁ—তেনে এটা বিস্ময়ৰ ভাবেৰে।

—অসমীয়া ভাষা নেজানো। আপোনাৰ গল্প পঢ়াৰ সৌভাগ্য নহ'ল—। মোৰ উত্তৰলৈ অপেক্ষা নকৰি পেৰাৰাই নিজে নিজেই কৈ গ'ল।—মুণীনৰ মুখত শুনিছোঁ আপোনাৰ লিখাৰ কথা। আপোনাৰ দুৰ্ণামো শুনিছোঁ যথেষ্ট সতীশহঁতৰ মুখত। পতিত মানবাত্মাৰ অন্ধকাৰ সংগ্ৰামৰ কাহিনী মানুহক শুনোৱাবলৈ গৈ, আপোনাৰ ব্যক্তিগত জীৱনৰ প্ৰতি কদৰ্য্য

ইংগিত-পূৰ্ণ যি গঞ্জনা আপুনি শুনিবলৈ পাইছে, আপোনাৰ বন্ধু হিচাবে তাৰ বাবে মই গৌৰব অনুভব কৰোঁ।

পেৰাৰাৰ গুৰু-গম্ভীৰ বক্তৃতাৰ উদ্দেশ্য কি, ভাবি একো পাৰ নেপালোঁ। কিন্তু মানুহটোৰ স্বভাবটোৱেই এনেকুৱা। বক্তৃতাৰ বিষয়-বস্তু বৌদ্ধ-দৰ্শনেই হওক বা পৰকীয়া প্ৰেমেই হওক,—শব্দ-চয়ন আৰু বাচন-ভংগী সদায় সেই একে নিপুণ সতৰ্কতা। মোৰ কবলৈ একো নাছিল। মই মাত্ৰ শুনি গলোঁ।

—এটা গল্প কওঁ, শুনিব? আপোনাৰ কামত আহিব পাৰে—কথাষাৰ কৈ পেৰাৰাই সতীশলৈ চাই কিবা এটা ইংগিত কৰিলে। লগে লগে টেবুলত আৰু এটা বটল হাজিৰ। মই কিন্তু ভিতৰে ভিতৰে মুণীনৰ কাৰণে উৎকণ্ঠিত হৈ উঠিছিলোঁ। ইমান সময় ই কৰিছে কি? এবাৰ কৌতুহল দমাব নোৱাৰি চিঞৰি উঠিলো—'মুণীন'। চিঞৰ শুনা মাত্ৰেই নাটকীয় প্ৰবেশৰ ভংগাত সি পৰ্দা ঠেলি সোমাই আহিল—যেন মোৰ আহ্বানৰ কাৰণেহে অপেক্ষা কৰি আছিল। আনে নেদেখাকৈ মই চুৰকৈ লক্ষ্য কৰিলো তাৰ ৰঙা পৰি উঠা মুখ, আউল-বাউল চুলি, অতিপাত নিচা খোৱা মানুহৰ দৰে বিহ্বল চাৱনি। কিন্তু পিছ মুহূৰ্ত্ততে মোৰ ধাৰণা হ'ল, অকল ময়েই নহয়, প্ৰত্যেকেই যেন তাক চুৰকৈ লক্ষ্য কৰিছে, অথচ প্ৰত্যেকৰে ধাৰণা যে সি আন কেইটাৰ চকুত ধৰা পৰা নাই।

পেৰাৰাই গিলাচত ঢোক এটা মাৰি চাৰিওফালে এবাৰ চকু ফুৰাই চালে। গল্প শুনিবলৈ আটাইখন উৎকৰ্ণ হৈ আছে।



তেওঁক যথেষ্ট উৎসাহিত হোৱা যেন দেখা গ'ল। কিছু সময় তেওঁ তলমূৰ কৈ তলকা মাৰি ৰ'ল। গল্পটো কোন খিনিৰ পৰা আৰম্ভ কৰিলে অধিক মনোগ্ৰাহী হ'ব, তাকে নিশ্চয় ভাবিছে। হঠাতে এবাৰ মূৰ তুলি, মোৰ চকুত চকু ৰাখি, একেবাৰে ক্লাছিকেল্ পদ্ধতিৰে আৰম্ভ কৰিলে ঃ

—এসময়ত এজনী ছোৱালী আছিল। তাইৰ নাম আছিল —ধৰি লওক—ৰাণী। জীয়াই থকাৰ ক্লান্তিৰে মলিন, মদৰ ফেনেৰে উচ্ছল, উজাগৰ ৰজনীৰ বেহাগ ৰাগিনীৰে গুঞ্জৰিত এখন ৰহস্যময় জগতত তাই অকলশৰে বাস কৰিছিল। এই পৃথিবীলৈ তাই কেনেকৈ আহিল, কোনেও কব নোৱাৰে। তাইৰ বিষয়ে কবলৈ মাত্ৰ এটা কথা আছে—সেইটো হৈছে তাইৰ সৌন্দৰ্য্য। তাইক দেখিলে মানুহৰ এনেকুৱা অনুভব হয়, যেন কোনো মানৱ-মানবীৰ সংগমৰ ফলত তাইৰ জন্ম হোৱা নাই, তাইৰ সৃষ্টি এটা অতি-প্ৰাকৃতিক শক্তিৰ বিস্ময়কৰ বিধান। পিতৃ-পৰিচয়হীনা সেই ছোৱালীজনীৰ মুখৰ গঠন আছিল অজন্তাৰ অপৰূপ লাবণ্য-মণ্ডিত নাৰী-মূৰ্ত্তিৰ দৰে,—পাষাণৰ বুকুত চিৰ-কালৰ কাৰণে স্তম্ভিত হৈ যোৱা সেই অমৰ সৌন্দৰ্য্যৰ স্বপ্নাবেশ আছিল তাইৰ চকুত। তাইৰ উঠন বুকু, নিটোল উৰু, তাইৰ দেহৰ খাঁজ আৰু ঢৌবোৰে মোক মনত পেলাই দিয়ে জৰ্জ কীটৰ অঁকা ৰাধাৰ ছবিলৈ—যি মানুহৰ সমস্ত ইন্দ্ৰিয়ানুভূতিক খৰ্ব কৰি, তাৰ মাজত এটা অতীন্দ্ৰিয় ক্ষুধা জগাই তোলে। তাইৰ সৌন্দৰ্য্যৰ তুলনা হয় প্ৰকৃতিৰ মহিমাৰ

লগত, প্ৰতিভাৰ সংজ্ঞাতীত ৰহস্যৰ লগত, মানুহৰ মধুৰতম বিষাদৰ লগত।

সেই বিস্ময়কৰ সৌন্দৰ্য্য যেন পেৰাৰাই ঠিক মুহূৰ্ত্ততে চকুৰ আগত দেখিবলৈ পাইছে, তেনে এটা তন্ময়তাৰ ভাবেৰে তেওঁ খন্তেকলৈ স্তব্ধ হৈ বহি ৰ'ল। সেই সুযোগতে মই কেওফালে এবাৰ চকু ফুৰাই চাই ললোঁ। পেৰাৰাই মুখ মেলিলেই অস্থিৰ হৈ উঠা মুণীনে প্ৰাৰ্থনাৰ ভংগীত তলমূৰকৈ বহি, তন্ময় হৈ পেৰাৰাৰ কাহিনী শুনি আছে। গিলাচৰ আধা-খোৱা মদ খিনি খাবলৈকো সি পাহৰি গৈছে। এটা বিৰাট স্বপ্নৰ উতলা আবেশে অথবা বহু শত-শতাব্দীৰ স্মৃতি-জৰ্জৰ তাৰ অন্তৰ্লীণ সত্বাই যেন হঠাতে তাক অধিকাৰ কৰি বহিছে,—তেনে এটা নিৰুপায় আত্ম-সমৰ্পণৰ আকুতিৰে তাৰ গোটেই মুখ ভাৱাক্ৰান্ত হৈ উঠিছে। কিন্তু এইবোৰ কথা ভাবি লাভ কি—মই মনে মনে ভাবিলো—কাহিনী কাহিনীয়েই।

পেৰাৰাই আকৌ আৰম্ভ কৰিলে ঃ

ৰাণী যিটো ঘৰত বাস কৰিছিল, তালৈ উচ্চ শ্ৰেণীৰ অভিজাত যুবক দুই-এজন প্ৰায়ে আহে, এৰাতিৰ কাৰণে নাৰী দেহৰ সংগ বিচাৰি। ৰাণীয়ে অৱশ্যে নিয়মিত ব্যৱসায় নকৰি যি কোনো এজনৰ ৰক্ষিতা হৈ থকাটো বেছি পছন্দ কৰিছিল। এদিন তাইৰ নিজৰ ঘৰতে ঘটনা-ক্ৰমে অশোক নামে এজন ডেকাৰ লগত তাইৰ পৰিচয় হৈ গ'ল। অশোক আছিল এজন উচ্চপদস্থ চৰকাৰী চাকৰিয়াল। মাক-বাপেক মৰাৰ



পাছত ঘৰৰ লগত তাৰ কোনো প্ৰকাৰৰ সম্পৰ্ক নাছিল। সি নিজে জীৱনত কাৰো পৰা মৰম পোৱা নাছিল, সি মৰম দিবলৈকো তাৰ সংসাৰত কোনো নাছিল। কাৰো প্ৰতি মৰম-চেনেহ বা কৰ্ত্তব্য-বোধৰ পৰা ওপজা কোনো দায়িত্ব নথকা গতিকে, অশোক স্বাভাৱিকতে উচ্ছৃংখল আৰু খাম-খেয়ালী মনৰ মানুহ হৈ উঠিছিল। তাৰ ক্ষেত্ৰত মানুহৰ স্বাভাৱিক সংগ-প্ৰিয়তা ৰূপান্তৰিত হৈছিল গভীৰ শিল্পানুৰাগত। মানুহৰ লগত যোগ-সূত্ৰ স্থাপন কৰিব নোৱাৰি সি আশ্ৰয় লৈছিল সাহিত্য, দৰ্শন আৰু কাব্যত। কিন্তু গভীৰ জীৱন-বোধ নহলে সময়ে সময়ে কাব্য-পাঠতো ক্লান্তি আহে। মনৰ তেনে নিৰালম্ব অৱস্থাত অশোকে আৰম্ভ কৰিছিল মদ খাবলৈ। অৱশেষত দীৰ্ঘ দিনৰ অভ্যাসৰ ফলত মদ নহ'লে সি এক তিলো থাকিব নোৱাৰা হৈ পৰিছিল। অতিপাত মদ খোৱাৰ ফলত তাৰ মাজত দুটা প্ৰতিক্ৰিয়াই দেখা দিছিল ; প্ৰথম, সি কম বয়সতে হাওঁফাওঁৰ যক্ষ্মা-ৰোগত আক্ৰান্ত হৈ পৰিছিল, আৰু দ্বিতীয়তে তাৰ মাজত পুৰুষোচিত সামৰ্থ্য কমি যোৱা যেন সি অনুভৱ কৰিছিল।

মদ খাই বেহুচ হৈ, তাৰ চিনাকি এজনী বান্ধৱীৰ ঘৰ বুলি অশোক হঠাৎ ৰাণীৰ ঘৰত সোমাই পৰিল। পৰ্দাখন ডাঙিয়েই সি তাৰ ভুল বুজিব পাৰিলে, কিন্তু ভুল হোৱাৰ বাবে অনুতাপ কৰিবলৈ তাৰ সময় নহল। নিৰ্জন কোঠাটোত ৰাণীয়ে আপোন মনে নানা কথা ভাবি বিছনাত আধা-শোৱা অৱস্থাত

পৰি আছিল। তাইৰ গাৰ কাপোৰ-কানিও বৰ সংযত অৱস্থাত নাছিল। কোনো দিন নেদেখা মানুহ এজন হঠাতে দুৱাৰ-মুখত দেখি, তাই বিছনাৰ ওপৰত পৰি থকা ৰাগ খনকে গাত মেৰিয়াই লৈ বিছনাত উঠি বহিল। উদ্‌ভ্ৰান্ত আৰু বিহ্বল দৃষ্টিৰে তাই অশোকলৈ এক মুহূৰ্ত্ত মান চাই ৰ'ল। আন হাতে অশোক স্বৰগ পৰা মানুহৰ দৰে জঠৰ হৈ একে ঠাইতে ঠিয় হৈ আছে। ৰাণীৰ দুঃসহ সৌন্দৰ্য্যৰ লেলিহান শিখাই তাৰ গোটেই মুখমণ্ডল যেন পুৰি চাই কৰি দিছে, তাৰ দৃষ্টিৰ শূন্যতাত তেনে এটা ভাব ফুটি উঠিছে। ৰাণীয়ে খন্তেক পৰ অবাক হৈ তালৈ চাই ৰ'ল। তাৰ পিছ মুহূৰ্ত্ততে তাইৰ চেতনা ঘূৰি আহিল। সদায় যেনেকৈ নানা অচিন অতিথিক তাই নিজৰ শয্যালৈ আহ্বান কৰি আহিছে, ঠিক সেই দৰেই মুখত এটা ৰহস্যময় হাঁহি ফুটাই তাই বহি থকাৰ পৰাই অশোকক মাত লগালে—'সোমাই আহক।'

ৰাণীৰ সেই আহ্বানত নিমন্ত্ৰণ বা প্ৰত্যাখ্যান একো নাছিল। কিন্তু তাৰ মাজেদিয়ে তাইৰ যি পৰিচয় ফুটি ওলাল, অশোক যেন তাৰ বাবে সাজু হৈ থকা নাছিল। এই অলোক-সামান্য সৌন্দৰ্য্য, নাৰী-দেহৰ এই পৰিপূৰ্ণ মহিমা, মানুহৰ পাশৱ-বৃত্তি চৰিতাৰ্থ কৰিবৰ কাৰণে কেতিয়াও সৃষ্ট হোৱা নাই, হোৱা উচিত নহয়। নিতান্ত নিস্পৃহ ভাবে সি যন্ত্ৰৰ দৰে ৰাণীৰ বিছনালৈ আগ বাঢ়িল আৰু তাইৰ অনুমতিৰ অপেক্ষা নকৰি বিছনাখনৰ এমূৰত বহি পৰিল। ৰাণীয়ে তাইৰ শংখৰ দৰে



শুভ্ৰ আৰু সুন্দৰ ডিঙিটো অলপ বেঁকা কৰি অশোকলৈ চাই ৰ'ল। সেই মনোৰম ভংগীত অশোকে এবাৰ মাত্ৰ তাইক মূৰ তুলি চালে। তাৰ পাছত বাকী গোটেই খিনি সময় সি তলমূৰকৈয়ে ৰ'ল। এই দৰে কিছুসময় যোৱাৰ পাছত, হঠাতে এটা আশ্চৰ্য্য আবেগে অশোকৰ বুকুখন খুন্দা মাৰি ধৰিলে। সি কব নোৱাৰাকৈয়ে তাৰ দুই চকুৰেদি অজস্ৰ ধাৰেৰে চকু-পানী বৈ আহিবলৈ ধৰিলে।

অশোকৰ ব্ৰঞ্জৰ মূৰ্ত্তিৰ দৰে মসৃণ ক'লা মুখাবয়ব, ওঠৰ ভাজটোত ফুটি ওলোৱা মধুৰ বিষাদ আৰু প্ৰশস্ত কপালত চিন্তাৰ চাপ দেখিয়েই ৰাণীৰ মনত আন কালে নোপজা এটা ভাবৰ উদয় হৈছিল। এতিয়া হঠাতে সি তেনেকৈ কান্দি উঠা দেখি তায়ো বিচলিত হৈ উঠিল। কিন্তু বাহিৰত কোনো প্ৰকাৰৰ চঞ্চলতা নেদেখুৱাই শান্ত ভাবে তাই সুধিলে: 'আপুনি কান্দিছে কিয়?'

—'তুমি কি আশ্চৰ্য্য সুন্দৰ!'···নিৰুদ্দেশ প্ৰাৰ্থনাৰ দৰে শুনালে কথাষাৰ, অশোকৰ মুখত।'

টেবুলৰ তলেদি আনে নেদেখাকৈ মই মুণীনৰ হাতখন বিচাৰি মুঠি মাৰি ধৰিলোঁ। তাৰ ৰক্ত-প্ৰবাহৰ দ্ৰুত স্পন্দন বোৰ জোৰকৈ বন্ধ কৰি দিবলৈ, মই গাৰ জোৰেৰে তাৰ হাতখন চেপি ধৰিলোঁ। বাহ্যিক চেতনা লোপ পাই যোৱা মানুহৰ দৰে সি অসাৰ নিশ্চল হৈ বহি আছে। তাৰ মুখ খনলৈ লক্ষ্য কৰিলোঁ। তাত দেখিলো মৰণৰ শীতল ছাঁয়া, দেখিলোঁ—

'সেই ঘটনাৰ কেইদিন মানৰ পাছত'—পেৰাবাই আকৌ আৰম্ভ কৰিলে—'ৰাণীৰ বিয়া হৈ গ'ল মহেশ নামে এটা মানুহৰ লগত। বিয়া মানে অৱশ্যে কোনো সমাজ-বিহিত বিয়া নহয়; মহেশৰ লগত ৰাণীক স্বামী-স্ত্রী ৰূপে থকা দেখা গ'ল, ইমানেই। মহেশ আছিল চোৰাং-মদৰ কাৰবাৰী। অশোকৰ মদ খোৱাৰ ঘৰ আছিল এই মহেশৰ ঘৰেই। মহেশৰ বয়স চল্লিশ বছৰ মান হব। মানুহটো দুৰ্ঘোৰ মদপী; বেচাতকৈ সৰহভাগ মদ সি খায়েই শেষ কৰে। তাৰ চেহেৰাও আছিল দেখিবলৈ বাঁৰটোৰ নিচিনা। তাৰ ভৰণ-পোষণৰ ভাৰ অশোকে ইচ্ছা কৰিয়েই লৈছিল নিজৰ হাততে, বহুত দিনৰ আগতেই। এক কথাত কবলৈ গ'লে, সি অশোকৰ হাতৰ মানুহ আছিল। কিন্তু অশোকৰ বাহিৰেও আৰু এটা মানুহৰ লগত মহেশৰ সম্ভাব আছিল,—সি হ'ল আৰ্নল্ড,—এংলো-ইণ্ডিয়ান, তাৰ দোকানৰে অন্যতম ৰেগুলাৰ গ্রাহক। আচলতে আৰ্নল্ডৰ লগতেই মহেশৰ আন্তৰিক প্রণয় বেছি আছিল। অশোকৰ লগত তাৰ সম্পর্ক আছিল ভয় আৰু শ্রদ্ধাৰহে। আৰ্নল্ডৰ জীবিকা-সংস্থানৰ একমাত্র উপায় আছিল জুৱা-খেলা। সি যে আন কামৰ কাৰণে অনুপযুক্ত আছিল, সেইটো নহয়। কিন্তু সমাজৰ সৰ্ব-শ্ৰেণীৰ হেজাৰ হেজাৰ মানসিক ব্যাধি-গ্রস্ত মানুহৰ নিচিনাকৈ, আৰ্নল্ডেও মানুহৰ সুস্থ আৰু স্বাভাৱিক জীৱন-যাত্রাক ভয়ৰ চকুৰে চাইছিল। দিনটো জুৱা খেলি যি পায়, তাৰে সস্তীয়া



হোটেল এখনত ভাত খাই, ৰাতি হ'লে মহেশৰ ঘৰত মদ খোৱাই আছিল তাৰ দৈনন্দিন জীৱন-যাত্ৰাৰ ধাৰা।

মহেশৰ ঘৰত ৰাণীক দেখিবৰ পৰাই আৰ্নল্ডৰ মনত এটা বিপ্লৱে দেখা দিলে। তাৰ মাজত যে কিবা ৰহস্য সোমাই আছিল, সেই কথা সি প্রথমৰ পৰাই অনুমান কৰিছিল। ৰাণীৰ সান্নিধ্য লাভ কৰিবৰ কাৰণে এটা উগ্র লালসা মূৰ ডাঙি উঠিল তাৰ মনত। কিন্তু বন্ধুত্বৰ অসম্মান কৰিবলৈ তাৰ সাহস নহ'ল। অক্ষম বাসনাৰ উত্তাপত জ্বলি-পুৰি সি তলকা মাৰি ৰ'ল।

অশোক আগৰ দৰেই মহেশৰ ঘৰত মদ খাবলৈ আহে। কিন্তু ৰাণী মহেশৰ ঘৰলৈ আহিবৰ পৰা তাৰ মাজত এটা ডাঙৰ পৰিবৰ্ত্তনে দেখা দিলে। সি আজি কালি কথা কয় কম, মদ খায় কম, আৰু মানুহৰ মুখত শুনা গ'ল যে সি তাৰ খাম-খেয়ালী স্বভাৱ এৰি দি পঢ়া-শুনাত খুব মন দিছে। অশোকৰ পৰিচিত মানুহবোৰ বিস্ময়ত হতভম্ব হৈ গ'ল— যিদিনা সাময়িক-পত্র এখনত অশোকৰ লিখা এটা গল্প প্ৰকাশ হ'ল। তাৰ ৰচনা-ৰীতি অঁপইতা, কাহিনীৰ গাঠনি দুৰ্ব্বল, তথাপি তাৰ লিখাৰ মাজত দেখা গ'ল এটা নতুন জীৱনৰ প্ৰতি স্পৃহাৰ সংৰাগ, মৃত্যুক জয় কৰিবৰ কামনা। কাৰ মন্ত্ৰৰ প্ৰভাৱত এনে মিৰাক্‌ল্ ঘটা সম্ভৱ হ'ল? দুই এজনে সেই বিষয়ে সামান্য আন্দাজ কৰিবলৈ সমৰ্থ হ'ল। সেই দুই-এজনৰ ভিতৰত আৰ্নল্ডো এজন।

আৰ্নল্ডৰ মনত দৃঢ় বিশ্বাস হ'ল যে নাৰীৰ প্ৰেমে অশোকৰ ৰুক্ষ হৃদয়-মৰুত নতুন বিশ্বাসৰ ফুল ফুলাবলৈ সমৰ্থ হৈছে। আৰু নিঃসন্দেহে সেই নাৰী হ'ল ৰাণী। কিন্তু ৰাণীৰ স্বামী অৰ্থাৎ মহেশ বৰ্ত্তমান থাকোতে এনে কথা কেনেকৈ সম্ভব হব পাৰে? আৰ্নল্ডে লক্ষ্য কৰি আহিছে, অশোকে আজি-কালি বাহিৰত আন গ্ৰাহকৰ লগত বহি মদ নেখাই, মহেশ বাহিৰত থকা সত্বেও পোনেই ভিতৰ পায়গৈ। দুটি স্ত্ৰী-পুৰুষৰ কল-কণ্ঠ, হাঁহি-খিকিন্দালিৰ উচ্ছল তৰংগ আহি দুৱাৰ-মুখৰ ৰঙীন পৰ্দাখনৰ ওচৰতে শেষ হৈ যায়। পৰ্দাৰ সিপাৰে, নেপথ্যত, জীৱনৰ যি অজ্ঞাত ৰহস্যৰ নৰ্ত্তন চলিব লাগিছে, তাৰ কল্পনাত বাহিৰৰ ভগ্ন-স্বাস্থ্য অৰ্দ্ধ-মৃত মানুহবোৰৰ কোটৰগত চকুবোৰ বিস্ফাৰিত হৈ উঠে।

আৰ্নল্ডহঁতে মদ খাই সোনকালে ঘৰাঘৰি যায়। অশোক কেতিয়া ঘৰলৈ যায়, অথবা নেযায়েই নেকি, সেই বিষয়ে সিহঁতে একো নেজানে। এদিন এই অভিনয়ৰ শেষ পৰ্য্যন্ত চাবলৈ আৰ্নল্ডৰ খুব ইচ্ছা হ'ল। কিন্তু ৰাতি কেনেকৈ থকা যায়? তাৰ মগজত এটা অতি সাংঘাতিক ফন্দি খেলালে। সেইদিনা মদ খাবলৈ বহিয়েই, অকস্মাতে পৰাৰ নিচিনা ভাও দেখুৱাই সি বটলৰ পৰা মদ অলপ কৰঙনৰ কাপোৰৰ ওপৰতে পেলাই থলে। কিছু সময় যোৱাৰ পাছত চিগাৰেট জ্বলাবলৈ জুই-শলা জ্বলাই, অসতৰ্ক ভাবে পৰাৰ নিচিনাকৈ, সি মদ পৰি থকা কাপোৰৰ ওপৰতে পেলাই



দিলে। ভমক কৰে জুই জ্বলি উঠিল। মহেশহঁতে দৌৰি আহি জুই নুমালে—কিন্তু তাৰ আগতেই, আৰ্নল্ডে আশা কৰাতকৈ বহুত বেছিকৈ তাৰ দুইটা ভৰি জখম হৈ গ'ল। ঘা শুকাওঁতে এমাহ লগিছিল, কিন্তু ঘা শুকোৱাৰ পাছত দেখা গ'ল যে তাৰ চলা-ফুৰাৰ শক্তি সমূলি নষ্ট হৈ গৈছে। পংগু, বিকলাংগ হৈ, আৰ্নল্ড মহেশৰ আশ্ৰিত ৰূপে তাৰ ঘৰতে থাকি গ'ল।

এই খিনিলৈকে কৈ, পেৰাৰাই সতীশৰ চকুলৈ চালে। জ্বলন্ত উত্তেজনা এটা চেপা দি ৰাখিবলৈ কৰা প্ৰাণান্তকৰ চেষ্টাত তাৰ মুখ বিবৰ্ণ হৈ উঠিছে। মই তাৰ একো অৰ্থ বিচাৰি নেপালো। বোধ হয় গল্পটোত সি যথেষ্ট উত্তেজনাৰ খোৰাক বিচাৰি পাইছে। পেৰাৰাই তাৰ পৰা চকু ঘূৰাই আনি কবলৈ ধৰিলেঃ

—'মহেশৰ ঘৰত থাকিবলৈ লবৰ পৰা আৰ্নল্ডে এটা কথা লক্ষ্য কৰিলে যে মহেশ আৰু ৰাণীৰ মাজত স্বামী-স্ত্ৰীৰ নিচিনা সম্বন্ধ নাই। দুয়ো দুয়োকো যথেষ্ট দূৰত্ব ৰাখি ব্যৱহাৰ কৰে। আৰু এটা কথা সি লক্ষ্য কৰিলে যে অশোকে মহেশৰ চকুৰ আগতেই ৰাণীৰ ওপৰত যথেষ্ট অধিকাৰ গ্ৰহণ কৰে। সময়ে সময়ে সিহঁতৰ ঘনিষ্ঠতাই দৈহিক শালীনতাৰ সীমাও অতিক্ৰম কৰে। এই জটিল সাঁথৰ ভাঙিবলৈ সি দৃঢ়-সংকল্প হ'ল। মহেশক নানা প্ৰকাৰে প্ৰৰোচিত কৰি সি তাৰ যিখিনি কথা বাহিৰ

কৰিলে, তাৰ সাৰমৰ্ম এই—'অশোক ৰাণীৰ প্ৰেমত পৰি তাইক জীৱন-সংগিনী কৰিবলৈ মন কৰে, কিন্তু তাৰ সামাজিক মৰ্য্যাদা, ওখ চৰকাৰী চাকৰী আৰু সহজাত সংস্কাৰ-বোধে তাক তেনে কামৰ পৰা নিবৃত্ত কৰে। এজনী দেহোপজীৱিনীৰ লগত আত্মিক সম্পৰ্ক ৰাখিবলৈকো তাৰ দ্বিধা, আনহাতে ৰাণীৰ প্ৰতি দুৰ্ণিবাৰ আকৰ্ষণ—এই দুটাৰে সংঘাতত পৰি সি এটা সোঁমজীয়া পথ বাছি ললে। সি তাৰ পুৰণি চিনাকী আৰু অৰ্থ-লোভী মহেশক কেবা হেজাৰ টকা দি তাক ৰাণীক স্ত্ৰী ৰূপে ৰাখিবলৈ বাধ্য কৰিলে এই চৰ্ত্তত যে সিহঁতৰ দাম্পত্য জীৱনত অশোকে একো বাধা-নিষেধ নেৰাখে, কিন্তু মহেশে মনত ৰাখিব লাগিব যে ৰাণীৰ আচল মালিক অশোক। অশোক আৰু ৰাণীৰ প্ৰেমৰ পথত মহেশে একো প্ৰতিবন্ধক সৃষ্টি কৰিব নোৱাৰিব। মানসিক বোধৰ ফালৰ পৰা মহেশ আছিল এটা নিম্নতৰ শ্ৰেণীৰ জীৱ। স্বাভাৱিক অৱস্থাত ৰাণীৰ দৰে ছোৱালীৰ কাষ চপাটো বা সদায় সিমান উচ্চ মূল্য দি তাইৰ সান্নিধ্য কিনাটো তাৰ পক্ষে সম্ভৱ নহলহেঁতেন। গতিকে এই বন্দোবস্ত তাৰ কাৰণে অতি লোভনীয় বুলিয়ে অনুভব হ'ল।

এইখিনি কথা গম পাই, আৰ্নল্ডৰ মনত ৰাণীৰ বিষয়ে এটা নতুন অনুভূতিয়ে ঠাই ললে। এনে আশ্চৰ্য্য ঘটনাও ঈশ্বৰৰ পৃথিবীত ঘটে! ৰাণী,—সৃষ্টিৰ বিস্ময়, মূৰ্ত্তিমতী সৌন্দৰ্য্য, এই ঐতিহ্য-জজৰ পৃথিবীত নতুনকৈ নিজৰ কাৰণে জীয়াই থাকিবলৈ মহৎ প্ৰেৰণা, মহত্তৰ বেদনা,—সেই ৰাণীৰ লগত যদি তাৰ হৃদয়ৰ অকণমানো যোগাযোগ ঘটে, তেন্তে সেই বেগবান প্ৰেৰণাৰ বোৱতী সুঁতিত আত্মাবগাহন কৰি সি মুক্তি লাভ কৰিব এই পংকিল জীৱন-যাত্ৰাৰ পাপ আৰু পতনৰ পৰা; সৌন্দৰ্য্যৰ বেদীত আত্ম-নিবেদনৰ দ্বাৰা সি নতুনকৈ প্ৰকৃতিৰ লগত পৰিচিত হব পাৰিব, এই গৰীয়াণ সুখানুভূতিৰ মাজেদি সি নতুনকৈ জীৱন আৰু জগতক ভাল পাবলৈ শিকিব। মহেশৰ মুখত সকলো কথা শুনি আৰু ৰাণীৰ অতীত জীৱনৰ পৰিচয় পাই আৰ্নল্ডৰ সংকোচ ভাগিল। এদিন দুপৰীয়া নিৰ্জন মুহূৰ্ত্তত সি ৰাণীক তাৰ ভালপোৱা নিবেদন কৰিলে। সি ৰাণীক কলে যে সি ৰাণীৰ এক বিন্দু সহানুভূতিৰ কাৰণে গোটেই জীৱনলৈ পংগুতা বৰণ কৰি লৈছে।

তিৰোতাই যাকে তাকে সতকাই ভাল নেপালেও প্ৰণয়াৰ্থীৰ ঐকান্তিক প্ৰেম-নিবেদনত মনে মনে নিশ্চয় পুলক অনুভব কৰে। ৰাণী আৰ্নল্ডৰ কথাত বিচলিত হ'ল। কিন্তু তাই অশোকৰ শিক্ষা পাই আৰু স্বভাৱতো গম্ভীৰ আছিল। আৰ্নল্ডক তাই কলেঃ কোনো এজনক একান্ত ভাবে ভাল পোৱাটো, এজনৰ কাৰণে গভীৰ প্ৰেমত নিজৰ সকলো বিসৰ্জন দিয়াটো যে জীৱনৰ কিমান এটা মহৎ অভিজ্ঞতা, অশোকক ভাল পায়েই মই সেই

কথা বুজিছোঁ। মই আৰু সংসাৰৰ কাৰো পৰা একো নিবিচাৰোঁ। আমি লাখ লাখ এনেকুৱা মানুহ আছোঁ, যি জ্ঞানেৰে বা সেৱাৰে জগতৰ একো উপকাৰ কৰিব নোৱাৰোঁ। কিন্তু আমি প্ৰত্যেকেই এজনক অন্ততঃ নিজৰ শক্তিৰে যি পাৰো সুখী কৰিব পাৰো আৰু নিজে সুখত থাকিব পাৰোঁ। এজন প্ৰকৃত সুখী মানুহে আন একো নকৰিও জগতৰ উপকাৰ কৰে নিজৰ সুখৰ মহিমাৰেই।······আপোনাক মই একো দিব নোৱাৰোঁ, কিন্তু মোৰ বন্ধুত্ব নিশ্চয় দিব পাৰোঁ।'

আৰ্নল্ডে অভিভূতৰ দৰে ৰাণীৰ কথাখিনি শুনি থাকিল। যেতিয়া তাই কৈ শেষ কৰিলে, তেতিয়া হঠাতে তাৰ অনুভব হ'ল যেন ৰাণীৰ মুখত সি অশোকৰ মাতটোকে শুনিবলৈ পাইছে। আচলতে অশোকে তাৰ ক্ষুৰ-ধাৰ বুদ্ধিৰ পোহৰত বহুত আগতেই জানিছিল যে আৰ্নল্ডে এদিন ৰাণীৰ ওচৰত প্ৰেম ভিক্ষা কৰিব। সেই কাৰণে প্ৰতিটো কথা সি ৰাণীক মুখস্থ কৰাই থৈছে। অশোক আৰু ৰাণী দুয়োৰে আত্মা প্ৰেমৰ গভীৰ উত্তাপত গলি এক হৈ গৈছে। ৰাণীৰ স্বতন্ত্ৰ সত্তা আৰু নাই। আৰ্নল্ডৰ খুব ঈৰ্ষা হ'ল······বিস্ময়ত সি অবাক হ'ল, মুগ্ধ হ'ল,—সি নতুনকৈ শিক্ষা পালে যে জীৱনৰ বিকাশ সদায় পৰিবেশ-নিৰ্ভৰ, কোনো মানুহ ওপজিয়েই হীন বা কলুষিত হৈ নাহে, বাধ্যত পৰি কোনোবা অসৎ হ'লেও প্ৰেম, দয়া, সৌন্দৰ্য্য-বোধ, কলানুৰাগ আদি চিৰন্তন হৃদয়-বৃত্তি বোৰ মানুহৰ মনৰ পৰা লুপ্ত হৈ নেযায়। প্ৰেমৰ যাদুদণ্ডৰ



পৰশত ৰাণীয়ে নতুন জন্ম লাভ কৰিছে। তাই প্ৰেমিকা, তাই অশোকৰ লীলা-সংগিনী, তাৰ বাহিৰে তাইৰ আৰু আন পৰিচয় নাই। তাই এসময়ৰ গণিকা নহয়, মহেশৰ তথাকথিত পত্নী নহয়, তাই মাত্ৰ এটা সুঠাম নাৰী-দেহেই নহয়! আৰ্নল্ডৰ হঠাতে খুব আনন্দ হ'ল। সি অনুভব কৰিলে, ৰাণীয়ে তাক আন একো নিদিলেও এনে এটা বিশ্বাস দিলে, যাৰ পোহৰত সি হেলাৰঙে মৃত্যুৰ দুৱাৰলৈকে অকলশৰে যাব পাৰিব। কৃতজ্ঞতাত তাৰ দুই চকু চলচলীয়া হৈ উঠিল।'

এই খিনিলৈকে কৈ পেৰাৰা থমকি ৰৈ গ'ল। তেওঁৰ মুখলৈ চাই দেখো, দুইটা চকু চলচলীয়া হৈ উঠিছে। মুণীনৰ চকু দুটা জুইৰ দৰে জ্বলি উঠিছে। সতীশক হাতে হাতে ধৰা পৰি যোৱা অপৰাধীৰ দৰে কুণ্ঠিত আৰু করুণ যেন দেখাইছে। এই বোৰৰ অৰ্থ কি? মই বিবুধি হৈ ইফালে সিফালে চাইছোঁ, তেনেতে হঠাতে চকুত পৰিল, ৰঙা পৰ্দা খনৰ সিফালে এটা ছাঁয়া-মূৰ্ত্তি দ্ৰুত গতিৰে ভিতৰলৈ সোমাই গ'ল। লগে লগে মোৰ চকুৰ আগৰ পৰাও জীৱনৰ করুণ ৰহস্যৰ এখন তেজ-ৰঙা পৰ্দা উন্মোচিত হৈ পৰিল। মই কিবা এটা অন্ধ উত্তেজনাত থিয় হৈ পেৰাৰাৰ ভৰিৰ পৰা কাপোৰ-খন ডাঙি ধৰিলো। দেখিলো, দুইটা কৰঙনতে শ্বেত-কুষ্ঠৰ দৰে জুয়ে পোৰাৰ দাগ, কোঁচ খাই থকা শিৰৰ জঁট। দেখিলোঁ, এজনী অসামান্য ৰূপৱতী নাৰীক কেন্দ্ৰ কৰি আবৰ্ত্তিত হৈছে তিনিটা উদ্বাস্তু মানুহৰ জীৱন,—

একেজনী নাৰীৰ মাজতে এটাই পাইছে সম্ভোগৰ আনন্দ, এটাই পাইছে প্ৰেমৰ স্বৰ্গীয় জেউতি আৰু এটাই পাইছে এই ঐতিহ্য-জৰ্জৰ পৃথিৱীত নতুনকৈ নিজৰ কাৰণে জীয়াই থাকিবলৈ মহৎ প্ৰেৰণা। যেই তিনিটাৰ ভিতৰত আটাইতকৈ কোন লাভবান হৈছে চাবলৈ, মই সতীশ, মৃণীন আৰু পেৰাৰাৰ মুখ কেইখন এফালৰ পৰা লক্ষ্য কৰি আছিলোঁ। কিন্তু সেই প্ৰশ্নৰ প্ৰকৃত সদুত্তৰ দিব পাৰে একমাত্ৰ সেই ৰহস্যময়ী নাৰীয়ে, যি দুৱাৰ-মুখৰ ৰঙা পৰ্দা খনৰ সিফালে আশ্চৰ্য্য ৰহস্য-জনিত এখন শয্যাৰ প্ৰান্তত বহি আপোন হৃদয়ৰ পৰ্দা ডাঙি চাবলৈ যত্ন কৰিছে তাৰ ভিতৰত সতীশ, মৃণীন, পেৰাৰাৰ ঠাই ক'ত ?

---

# চিনাকী গাওঁ

বিশ বছৰৰ আগৰ কথা। এই বাটেদিয়ে তেওঁ এদিন ঘৰ এৰি বাহিৰৰ জগতলৈ ওলাই গৈছিল। তেতিয়া তেওঁৰ বয়স একৈশ বছৰ মানহে হব। হাতত ফুটা-কড়ি এটা সম্বল নোহোৱাকৈ ভাগ্যৰ সন্ধানত তেওঁ পথে পথে ঘূৰি ফুৰিছিল। ধন-ঐশ্বৰ্য্যই মানুহৰ জীৱনত কি দিব পাৰে, সেই বিষয়ে চিন্তা কৰিবলৈ তেওঁৰ তিল মানো আহৰি নাছিল। কিবা এটা অহেতুক জেদ অথবা কিবা এটা অন্ধ আবেগৰ তাড়নাত তেওঁ জীৱনত মাত্ৰ বিচাৰিছিল লৌকিক প্ৰতিস্থা। সুদীৰ্ঘ বিশ বছৰ ধৰি তেওঁ তাৰ কাৰণে কঠোৰ সংগ্ৰাম কৰিছে। ঘৰ-সংসাৰ, তিৰোতাৰ প্ৰেম, শান্তি, অবসৰ —সকলো বাদ দি তেওঁ এই স্বৰ্ণ-মৃগৰ পাছে পাছে উন্মাদৰ দৰে অনুসৰণ কৰিছে। অৱশেষত ভাগ্যৰ বলতেই হওক বা নিজৰ চেষ্টাৰ বলতেই হওক, তেওঁ তেওঁৰ আকাংক্ষিত লক্ষ্যত উপনীত হ'ল। চল্লিশৰ দেওনাত ভৰি দি তেওঁ দেখিলে, তেওঁ যিমানৰ স্বপ্ন দেখিছিল, তাতকৈ শত-গুণ বেছি ঐশ্বৰ্য্যৰ তেওঁ অধিকাৰী হৈছে। ইয়াৰ পাছত আৰু তেওঁৰ কৰিবলৈ একো নাই। জীৱনৰ বাকী থকা দিন কেইটা অলপ শান্তিত

কটাবৰ মনেৰে, তেওঁ নিজৰ গাৱঁৰ ঘৰলৈকে ঘূৰি যাবলৈকে মন কৰিলে।

যি বাটেদি বিশ বছৰৰ আগতে তেওঁ এদিন ঘৰৰ পৰা ওলাই গৈছিল, সেই বাটেদিয়ে তেওঁ আজি ঘূৰি আহিছে। নহয়—বাৰে বাৰে এই ভাব তেওঁৰ মনলৈ আহিবলৈ ধৰিলে—ঠিক সেই বাটেদিয়ে তেওঁ ঘূৰি অহা নাই। এইটো এটা নতুন বাট। প্ৰথম যেতিয়া তেওঁ এই বাটেদি ওলাই যায়, তেতিয়া বাটৰ দুয়ো কাষে আছিল গহন অৰণ্য। গাড়ী-ঘোঁৰা দূৰৰ কথা, দিনটো বাট বুলিলেও নৰ-মনিচ এটাকে দেখিবলৈ পোৱা নগৈছিল। আজি সেই বাটত মটৰ-গাড়ী লৰীৰ প্ৰতাপত নিৰাপদে খোজ কঢ়াই টান হৈ পৰিছে। পৃথিবীখন সঁচাকৈয়ে বহুত সলনি হৈ গ'ল। মানুহজনে মনে মনে ভাবিলে। বাটত মটৰ-গাড়ী চলিছে যদিও তেওঁ লগুৱা এটাৰ কান্ধত টোপোলাটো দি খোজ কাঢ়িয়েই আহিছিল। বাট বেছি নহয়। ব্ৰহ্মপুত্ৰৰ ঘাটৰ পৰা তেওঁৰ গাৱঁলৈকে মাত্ৰ আঠ মাইল। ওৰে বাটটো তেওঁ বিশ বছৰৰ আগৰ সেই চিনাকী বাটটোৰ ছবিবোৰ কল্পনা কৰি আহিবলৈ ধৰিলে। ঘাটৰ পৰা পোৱামাইল মান আহিয়েই পোৱা, শিমলু আৰু মদাৰ গছে আৱৰি ৰখা সেই মিৰি গাওঁখন নেদেখি তেওঁ আচৰিত হ'ল। কোনোৱা এজনক সুধি জানিব পাৰিলে, গাওঁখন বৰনৈৰ বুকুত জাহ গ'ল। মানুহজনে মনে মনে এটি গভীৰ বেদনা অনুভব কৰিলে। ঘূৰি যোৱাৰ, ঘূৰাই পোৱাৰ



এটি করুণ কামনাই তেওঁৰ মন বিষাদেৰে ভৰাই তুলিলে। এখনৰ পাছত এখনকৈ এলানি ছবিয়ে তেওঁৰ মনত ভুমুকি মাৰিবলৈ ধৰিলে। এপাৰে মিৰি গাওঁখন, আন পাৰে নগৰ—মাজেদি বৈ গৈছে বৰ নৈ খন। ঘৰৰ পৰা ওলাই আহি, বৰ নৈৰ ঘাটত ঠিয় দি সেই ছবিখনেই তেওঁৰ মন বৰকৈ টানিছিল। সেই চিৰ-শাশ্বতী নদীৰ এপাৰে বণিয়া, গণিকা আৰু মগনীয়া অধ্যুসিত অতি আধুনিক নগৰ,—আন পাৰে হাবি-তলীয়া জুপুৰি চাং-ঘৰত বাস কৰা, পৃথিবীৰ বিস্মৃত আৰণ্যক সভ্যতাৰ প্ৰতীক মিৰিৰ গাওঁ। মিৰি গাওঁখনে তেওঁক হাত বাউল দি মাতিছিল সহজ শান্তিৰ বুকুলৈ। তেওঁৰ মনটোৱেও তালৈ যাওঁ যাওঁ লগাইছিল। কিন্তু সিপাৰৰ অসুৰৰ বল থকা নগৰ খনে তেওঁক বাউসীত ধৰি টানি লৈ গ'ল অসংযত বাসনাৰ পংকিল আৱৰ্ত্তৰ বুকুলৈ।

বাটকৱাক সুশীতল ছাঁ দি শান্তি দিয়া, নানা তৰহৰ চৰাইৰ গানেৰে মুখৰিত, বাটৰ দুয়ো কাষৰ সেই ডাঠ হাবি-খন এতিয়া আৰু নাই। তাৰ ঠাইত বহিছে হৰেক ৰকমৰ কল-কাৰখানা, দোকান পোহাৰ। এই বাটেদি প্ৰথম যেতিয়া তেওঁ গৈছিল, তেওঁ অনুভব কৰিছিল প্ৰকৃতিৰ বুকুৰ পৰা উৎসাৰিত এটি নিবিড় প্ৰশান্তি। বাটেদি তুমি হয়তো আপোন মনে নানা কথা ভাবি গৈ আছা,—হঠাতে তোমাৰ নাকত লাগিলহি নাম-নজনা কিবা বন-ফুলৰ আকুল সৌৰভ, লগে লগে তুমি তোমাৰ অহং-কেন্দ্ৰী চিন্তাৰ দাসত্বৰ,

পৰা মুক্তি পালা, তুমি শুনি পালা চাৰিওকাষৰ শান্ত প্ৰকৃতিৰ মধুৰ আহ্বান। ক'ৰবাত, পচা কাঠ এডালৰ ধোন্দত কেৰ্কেটুৱা এটা তাৰ গৃহস্থলীৰ কামত ব্যস্ত আছিল, তোমাক দেখি চকুৰ পচাৰতে সি আঁতৰি পলাল। তাৰ সেই দ্ৰুত পলায়ন দেখি তোমাৰ মনত জাগি উঠে বাৎসল্যৰ এটি করুণ অনুভূতি মিহলি আবেগ,—এটি মাত্ৰ মুহূৰ্ত্তৰ সোণালী ফ্ৰেমত বন্ধোৱা নিপুণ হাতৰ অঁকা এখন ছবিৰ দৰে তাৰ আবেদন। দূৰ অতীতৰ সেই ছাঁয়া-মণ্ডিত জগতখন ছাঁয়াৰ দৰে যেন ক'ত মিলি গ'ল। মানুহ জনে অসহ্য বিৰক্তিত চাৰিওফালে চকু ফুৰাই চাই দেখিলে এক নিৰ্লজ্জ নগ্নতা কুমাৰী পৃথিবীৰ সমগ্ৰ দেহৰ সেউজীয়া আভৰণ যেন কোনোবা কামাতুৰ দৈত্যই আজুৰি দলিয়াই পেলালে, সেই দানবীয় বলাৎকাৰৰ চিন-স্বৰূপ চাৰিওফালৰ এই ব্যাধি-মলিন নগ্নতা। খেতিয়কে যেতিয়া অৰণ্য ধ্বংস কৰে, পৃথিবীয়ে বিয়াৰ প্ৰথম ৰাতিৰ ন-বোৱাৰীৰ দৰে মধুৰ লাজত গাৰ কাপোৰ খহি যাবলৈ দি তাক সোহাগ জনায়। নাঙলৰ সিৰলুত ফাল ফাল হোৱা মাটিৰ বুকুৰ পৰা নিঃসৃত হয়, প্ৰথম ৰমিতা ন-বোৱাৰীৰ দেহৰ দৰে অনুভবৰ অতীত এটি মধুৰ সৌৰভ।......কিন্তু আধুনিক স্বৰ্ণ-সভ্যতাৰ কবলত পৰি বেচেৰী পৃথিবীৰ কি দূৰ্দশা! সমগ্ৰ মানব-জাতিৰ হৈ মানুহজনে এই পাপৰ বাবে ঈশ্বৰৰ ওচৰত ক্ষমা বিচাৰিলে।

বেলি পৰো পৰো হৈছে। গাওঁ পাবলৈ তেতিয়াও আধ



মাইল মান বাকী। যিমানেই তেওঁ গাৱঁৰ ওচৰ চাপি আহিল, সিমানেই তেওঁ আবেগত বলীয়াৰ দৰে হৈ উঠিল। তেওঁৰ অনুভৱ হ'ল মৰণৰ পাছত বেলেগ এটা জন্ম লৈ তেওঁ যেন পৃথিবীলৈ ঘূৰি আহিছে—যিখন পৃথিবী তেওঁৰ চিৰ-পৰিচিত হৈয়ো একেবাৰে অচিন। মানুহ জনৰ কাষেদি কান্ধত সৰিয়হৰ ভাৰ এখন লৈ এজন ডেকা পাৰ হৈ গ'ল। পাছে পাছে দুজনী গাভৰু ছোৱালী। ডেকা জনৰ মুখৰ পৰা চোলাই মদৰ উৎকট গোন্ধ বাহিৰ হৈছে। সি ছোৱালী দুজনীৰ লগত অশ্লীল ভাষাৰে নানা চুপতি মাৰি গৈছে। ছোৱালী দুজনীৰো চুপতি মৰাত সমানে উৎসাহ। সিহঁত তেওঁৰ গাৱঁৰে ল'ৰা-ছোৱালী হব, মানুহজনে ভাবিলে। কিন্তু সিহঁতক মাতিবলৈ তেওঁৰ সাহস নহ'ল। আজি-কালিৰ ডেকা-গাভৰু বোৰ সকলো এনেকুৱাই হৈছে নেকি? তেনেহলে দেখোন গাৱঁত তিষ্ঠাই টান হব। কিবা এটা অজান আশংকাত তেওঁ বুকুৰ স্পন্দন বোৰ বাঢ়ি যোৱা যেন অনুভব কৰিলে।

গাৱঁৰ নৈ-ঘাটত ঠিয় হৈ তেওঁ আতুৰ চাৱনিৰে সমুখলৈ চাই পঠিয়ালে। গধূলিৰ এন্ধাৰৰ পট-ভূমিত তেওঁৰ আজন্মৰ চিনাকী গাওঁ খনে এটা ৰহস্যময় ৰূপ লৈ, মানুহ জনৰ মনত জগাই তুলিলে কিবা এটা অচিনাকী বিহ্বল আবেগ। গাৱঁৰ সকলো বোৰ সেই আগৰ দৰেই আছেনে? বাহিৰৰ বহল পৃথিবী খন তেওঁ খুব ভালকৈ চিনি পায়। জীৱনৰ সবাতোকৈ শ্ৰেষ্ঠ বছৰ কেইটা তেওঁ সেই কুৎসিৎ পৃথিবীৰ অন্ধকাৰ

অলিয়ে-গলিয়ে ঘূৰি ঘূৰি কটালে। পাপ কি, তেওঁ খুব ভালকৈ চিনি পায়। ধনৰ কাৰণে তেওঁ মানুহক প্ৰতাৰণা কৰিছে, পৰোক্ষ ভাৱে হত্যা কৰিছে, নকৰি উপায় নাই, কাৰণ সেয়েই সেই খন পৃথিবীৰ ধৰ্ম। সেই অতি-ব্যস্ত জীৱনত, কাতি মাহৰ জোনাকত পিৰালিত বহি বহি, অথবা আহাৰৰ বৰ্ষণ-মুখৰ ৰাতি যুঁই ফুল সৌৰভেৰে বিহ্বল অন্ধকাৰ শয়ন-কক্ষত বাহু-বন্ধনত প্ৰিয়াক লৈ দু দণ্ড কটাবৰ উপায় নাই। দেহৰ তাগিদা হ'লেই কোনোবা এটা অন্ধকাৰ গলিলৈ গৈ তাক প্ৰশমিত কৰি অহাই আছিল তেওঁৰ দীৰ্ঘ-দিনৰ অভ্যাস। কল্পনাতীত তীব্ৰ গতিৰে সেই পৃথিবী খন আগ বাঢ়ি যায়। তেওঁ পণ্ডিত সকলে কোৱা শুনিছে, সেয়েই বোলে প্ৰগতি। কিন্তু সেই দানবীয় গতিৰ মাজত নিজৰ লক্ষ্য সম্বন্ধে চিন্তা কৰিবলৈ ক'ত আহৰি আছে, তেওঁ ভাবি নেপায়। অৱশেষত সেই চিৰ-ধাবমান কুৎসিৎ পৃথিবীৰ পৰা আঁতৰি পলাবলৈ তেওঁ বাধ্য হ'ল। ইউৰোপীয় সভ্যতাৰ কাঞ্চন-তৃষাৰ পৰা আঁতৰি, পল গঁগাই টাহিটিলৈ পলোৱাৰ লগত, তেওঁ নিজ অৱস্থাৰ তুলনা কৰি ভাল পায়। সেই নৈ-বিলে ঘেৰা হাবিতলীয়া সৰু গাওঁ খনেই তেওঁৰ কাৰণে গঁগাৰ টাহিটি······চাৰিওফালৰ সভ্যতাৰ উত্তাল সমুদ্ৰৰ মাজত সহজ প্ৰশান্তিৰ এটি দ্বীপ। ই তেওঁৰ অতীতৰ প্ৰতি অন্ধ মোহ নহয়, জীৱনৰ সত্য-ৰূপৰ প্ৰতি অকৃত্ৰিম অনুৰাগ।

নৈ-ঘাটৰ পৰা অলপ মান গৈয়েই, বাটৰ কেকুৰিটোৰ



মূৰতে তেওঁ থমকি ৰ'ল। হয়, ঠিক এই খিনিতেই আছিল পাঠেকনী বুঢ়ীৰ ঘৰ। ই তেওঁৰ ভুল হবৰ কথা নহয়। লাও-কোমোৰাৰে ভৰি থকা ছালখনেৰে সৈতে বুঢ়ীৰ পঁজা-ঘৰটো, গোবৰ-মাটিৰে চিকণকৈ লিপা চোতালখনৰ মূৰতে তুলসীৰ ভেটিটো,—গধূলি হলেই তাত মিঠা তেলৰ চাকি জ্বলে, তাৰ পোহৰে ঈশ্বৰক পৃথিবীলৈ নামি আহিবলৈ বাট দেখুৱায়······ সেই ভাব-গম্ভীৰ ছবিখন মানুহ জনৰ চকুৰ আগত ভাহি উঠিল। পাঠেকনী বুঢ়ী আছিল গোটেই গাৱঁৰে আই সবাহৰ নামতী। তেওঁ মৰা চাগৈ বহুত দিন হ'ল, মানুহজনে মনে মনে ভাবিলে। কিন্তু তেওঁৰ ভেটিত এইটো কাৰ ঘৰ? খন্তেক ৰৈ তেওঁ সেই ফালে ভালকৈ চালে। টিন-পাতৰ এটি সৰু ঘৰ। চাৰিওফালে বাঁহৰ চকোৱা দিয়া। তাৰ জলঙাইদি তেওঁ দেখিলে, চোতালতে বস্তা পাৰি লৈ চাৰি-পাঁচটা মান ডেকা ল'ৰাই জুৱা খেলি আছে। এটা ডেকাৰ ককালত হাত এখন মেৰিয়াই এজনী গাভৰু নেপালী ছোৱালী বহি আছে। সম্ভৱ সিহঁত গোটেই জাকেই মদ খাই বেহুচ হৈ আছে।···সেই দৃশ্য দেখি মানুহ জনে লৰালৰিকৈ চকু ঘূৰাই সমুখলৈ আগ বাঢ়িল। গেলা নাৰী-মাংসৰ কেওকাষে ভন-ভনাই ফুৰা বৰ-মাখিৰ দল তেওঁ বহুত দেখিছে। কিন্তু যি পাঠেকনী বুঢ়ীৰ ঘৰত এদিন অষ্ট প্ৰহৰ আই শীতলাৰ মধুৰ স্তুতি-মন্ত্ৰ উচ্চাৰিত হৈছিল, তাৰে ভেটিত আজি মদ, গণিকা জুৱাৰীৰ আড্ডা বহিছে—এই দুৰ্দৈব কেনেকৈ সম্ভৱ হ'ল? চকুৰ

সমুখত তেওঁ অন্ধকাৰ দেখিলে। তেওঁৰ চিনাকী গাওঁ খনলৈ আৰু কিমান দূৰ?

গৰু-গাই ঘৰ চাপিবৰ সময়ত তেওঁ মনবৰ বুঢ়াৰ নঙলা-মুখত ঠিয় দিলেগৈ। গাওঁত বংশ-পৰিয়াল কোনো নাই। কিবা এটা ঠান-ঠিত নলগা পৰ্য্যন্ত এই মনবৰৰ ঘৰতে থাকিম বুলি তেওঁ ঠিক কৰি আহিছিল। বুঢ়াই গোহালিত গৰু বান্ধি আছিল! অচিনাকী মানুহ পদুলি-মুখত দেখি তেওঁ ওলাই আহি মাত লগালে, 'ক'ৰ পৰানো অহা হৈছে?' মানুহ জনে মনবৰৰ চেহেৰা দেখি চিনিবই নোৱাৰিছিল। আচল বয়সতকৈ বহুত বুঢ়া হৈ পৰিছে। মাতষাৰতহে তেওঁ মনবৰ বুলি চিনি পালে। 'লাহে-ধীৰেও চিনাকী লব। ঘৰলৈকে বলক চোন।' তেওঁ মৰম-সনা হাঁহি এটা মাৰি কলে। মনবৰে, চিনো চিনো যেন লগা সেই মানুহ জনলৈ অলপ কৌতূহলেৰে চাই, তেওঁক বাট দেখুৱাই লৈ গ'ল।

ঘৰলৈ গৈ, মানুহজনে মুখ-হাত ধুই অলপ ঠাণ্ডা হৈ নিজৰ চিনাকী দিলে। কিবা এটা নেদেখা দেখাৰ দৰে, মনবৰ কেই মুহূৰ্ত্তমান ঠৰ লাগি ৰ'ল। তাৰ পাছত, আবেগৰ প্ৰথম খুন্দাটো সামৰি লৈ তেওঁ মানুহজনক সাৱটি ধৰিলে। বুঢ়াৰ সোতোৰা গাল দুখনেদি দুটোপাল গৰম চকুলো বাগৰি আহিল। 'তই এতিয়াও আমাক মনত ৰাখিছ বোপাই? আঁতৰৰ পৰা তোৰ বিষয়-সম্পত্তিৰ কথা শুনি আমাৰ পেটতে হাত ভৰি লুকায়। তেনে মানুহে যে আমাক নিজেই বিচাৰি আহিছ'......



বুঢ়াই আৰু কব নোৱাৰিলে। তেওঁৰ মাত থুকা থুকি হৈ আহিল।

বুঢ়াৰ কথা শুনি মানুহজনৰ মনটো কেনেবা কৰি উঠিল। খন্তেকতে তেওঁৰ মন ল'ৰালি কালৰ সোণালী দিন বোৰৰ বুকুলৈ ঢাপলি মেলিলে। মনবৰ যেতিয়া চেঙেলীয়া ডেকা, তেওঁৰ বয়স ৭৷৮ বছৰ মানহে হব। তেওঁ মনবৰক দদাই বুলি মাতে। মনবৰেও তেওঁক খুব মৰম কৰিছিল। পথাৰত গৰু ৰখা, বিলত মাছ মৰা—সকলো কামতে তেওঁক লগত লৈ ফুৰাইছিল। এতিয়া সেই মনবৰ কিমান বুঢ়া হৈ গ'ল! নাতি-নাতিনীও কেবাটাও হব পায় চাগৈ। 'ল'ৰা বোৰক দেখোন দেখা নাই। কোন ফালেনো গ'ল?' তেওঁ লাহেকৈ মাত লগালে।

বুঢ়াই এইবাৰ হুক-হুক কৈ কান্দি উঠিল। 'সেই বোৰ কথা সুধি জ্বলা-জুইত ঘিউ ঢালিছ কেলৈ বোপাই? ডাঙৰ ল'ৰাটোলৈ ভাল ঘৰৰে চাই ছোৱালী এজনী বিয়া কৰি দিছিলোঁ। মোৰ পোৰা কপাল, ল'ৰা এহালি হওঁতেই এদিন নাৰেঙাত পৰি সি মৰি থাকিল। বোৱাৰী জনীয়ে মোৰ সৰু ল'ৰাটোৰ অত্যাচাৰত থাকিব নোৱাৰি বাপেকৰ ঘৰলৈ গুচি গ'ল।' কথা কেইষাৰ কৈ বুঢ়াই এটা হিয়া ভাগি যোৱা হুমুনিয়াহ কাঢ়িলে। মনবৰ বুঢ়াৰ দুখৰ কথা শুনি মানুহজনৰ অন্তৰখন গধুৰ হৈ উঠিল। অত বছৰৰ মূৰত নিজৰ গাওঁলৈ ঘূৰি আহিবলৈ পোৱাৰ আনন্দ আধা যেন মাটি হৈ গ'ল।

'সৰুটো ল'ৰানো কলৈ গ'ল ? তাকো দেখোন দেখা নাই।' তেওঁ আকৌ সুধিলে।

'তাৰ কথা নকবি বোপাই। সি মোৰ বংশৰ কলংক। গধূলি হ'লেই সি ঘৰৰ পৰা ওলাই যায়। প্ৰায়ে ৰাতি ঘৰলৈ নাহেই। নৈ ঘাটৰ পৰা আহিয়েই যে সেই আলি-কেকুৰিটো পায়, তাতে ক'ৰবাৰ নেপালনী এজনীয়ে চোৰাং মদৰ দোকান খুলিছে। সি তাতে মদ খাই জুৱা খেলি কটায়। নিজৰ পো-পোৱালিৰ এনেকুৱা অনাচাৰো দেখিবলৈ পালো, মোৰেই কপালৰ লিখন বোপাই। গোটেই দেশ পাপেৰে ভৰিল।'

মানুহজনে বুকুখন জ্বলি উঠা যেন অনুভব কৰিলে। তেওঁ জুৱাৰ আড্ডাত দেখি অহা সেই ডেকাটো তেন্তে মনবৰ বুঢ়াৰেই পুতেক ? ইয়াকে চাবলৈ তেওঁ কুৰি বছৰৰ মূৰত গাৱঁলৈ ধপলিয়াই আহিছিলনে ? বুঢ়াৰ কথাৰ উত্তৰত কিবা এটা কবলৈ তেওঁৰ মুখৰ মাত নোলাল। এটা অপ্ৰত্যাশিত কঠিন আঘাতত সংজ্ঞাহীন হৈ যোৱা মানুহৰ দৰে, তেওঁ তভক মাৰি বহি ৰ'ল।

তেওঁক মনে মনে থকা দেখি বুঢ়াই মাত লগালে ঃ 'দেশখনত কিবা কলি লাগিল বোপাই। আমাৰ ল'ৰালি কালৰ দিন বোৰ মনত পেলাই চা চোন। তেতিয়া এনেকুৱা পাপ কৰাহে নেলাগে, শুনিলেও সাত-ধেনু পৰাচিত হব লাগিছিল। ঠাইখন নগৰ হবৰ পৰাই আমাৰ সমাজত এনেবোৰ ব্যভিচাৰ সোমালহি। আগেয়ে ইয়াত ভাল আলি এটা



নাছিল, ডাক-ঘৰ নাছিল, আনকি নিমখ-তেল অকণ কিনিবলৈকো তিনি মাইল বাট কুৰি বাই কেঞা গোলালৈ গলেহে হৈছিল। বাহিৰৰ পৰা অহা মানুহে আমাক গৰু-পশুৰ লগৰ বুলি হাঁহিছিল। লোকে যিহকে নকওক, তথাপি মানুহবোৰ তেতিয়া সুখত আছিল। সকলোৱে ঈশ্বৰত বিশ্বাস কৰিছিল, কৰ্ম-ফল মানি চলিছিল, সেই কাৰণে পাপলৈকো ভয় কৰিছিল। আজি-কালিৰ মানুহৰ একোতে বিশ্বাস নাই। সেই কাৰণে পাপ-পূণ্যৰ বিচাৰো নাই। জীৱনত একো এটাতে বিশ্বাস নোহোৱাকৈ মানুহ কেনেকৈ জীয়াই থাকিব পাৰে ?'

'তুমি নেজানা মনবৰ দদাই, সমগ্ৰ মানবতাৰ হৈ তুমি এই প্ৰশ্ন কৰিছা'—মানুহ জনে নিজকে নিজে কলে।

'ঠাইখন নগৰনো কেনেকৈ হ'ল তই কব পাৰ জানো ?'—বুঢ়াই আকৌ আৰম্ভ কৰিলে। মনৰ জোখাৰে শুনোতা পাই তেওঁৰ মনত আজি অজস্ৰ কথাই জুমুৰি দি ধৰিছে। মানবাত্মাৰ সেই ভয়াবহ পতনৰ কাহিনী মানুহক শুনোৱাবলৈ তেওঁ অধীৰ হৈ উঠিছে।—'তই গাওঁ এৰি যোৱাৰ কেবা বছৰ পাছলৈকে সকলো ঠিকেই আছিল। হঠাতে এদিন ঢক ফুটিল যে আমাৰ এই অঞ্চলত তেল-পুং বিচাৰি কোম্পানীৰ মানুহ আহিছে। কথাষাৰ শুনিবলৈহে পালো, ৰাৱণৰ সেনাৰ দৰে অলেখ মানুহ আহি ঠাই ডুখৰ ভৰি পৰিলহি। আমাৰ সোণ-ফলা পথাৰ চাপৰি সকলো দখল কৰি সিহঁতে তাত নানাৰকমৰ কল-কাৰখানা বহুৱালে, কাম-কৰা বনুৱা থাকিবলৈ বিধে বিধে ঘৰ হ'ল,

দোকান পোহাৰেৰে গোটেইখন ভৰি দিবলৈ ঠাই নোহোৱা হ'ল। ন ন আলি হ'ল, অফিচ হ'ল, গাঁৱৰ ডেকাবোৰে উন্নতিৰ নতুন যুগ আহিছে বুলি আনন্দত নাচি উঠিল। সিহঁতে মাটি-বাৰী গৰু-গাই বেচি টকাৰ মোহত জাকে জাকে কোম্পানীৰ কামত সোমাবলৈ ধৰিলে। যিদিনাই সিহঁতে খেতিক এৰি টকাৰ কাৰণে উত্ৰাৱল হ'ল, সেই দিনাৰ পৰাই গাঁৱত শনি সোমাল। এই যে মটৰ-গাড়ী দৌৰি ফুৰা পকা আলি-বাট দেখিছ, ৰাতিকো দিন যেন পোহৰ কৰা বিজুলী-বাতি দেখিছ, সিহঁতে এইবোৰকে উন্নতি হোৱা বোলে। এইবোৰ হব নেলাগে বুলি নকওঁ। কিন্তু এই বোৰ উন্নতি কৰিবলৈ গৈ যদি মানুহৰ আত্মা ৰসাতলে যাব লগা হ'ল, তেন্তে এনেকুৱা উন্নতি নহ'লেনো কি লোকচান? যন্ত্ৰৰ শক্তিত মোহ গৈ মানুহে ঈশ্বৰৰ শক্তিৰ কথা পাহৰি গৈছে। সেয়েহে ইমান পাপ, বোপাই।'

দীঘলীয়া বক্তৃতাটো দি বুঢ়া খন্তেক পৰ তলকা মাৰিল। মানুহ জনে ইমান পৰ মন্ত্ৰ-মুগ্ধৰ দৰে তেওঁৰ কথা বোৰ শুনি আছিল। এতিয়া বুঢ়াক নীৰৱ হোৱা দেখি তেওঁ মূৰ তুলি চালে। কেৰাচিন তেলৰ চাকিটোৰ মলিন হালধীয়া পোহৰত বুঢ়াৰ মুখখন কেনে কৰুণ যেন দেখাইছে! সমস্ত মানুহৰ পাপ-বিনাশৰ কাৰণে ক্ৰুশ-বিদ্ধ হোৱা ঈশ্বৰ-পুত্ৰ যীশুৰ দৰে, বুঢ়ায়ো যেন সমগ্ৰ মানব-জাতিৰ পাপৰ হৈ অকলে বেদনা ভোগ কৰিছে। তেওঁ যি বোৰ কথা কৈ গ'ল, সেই বোৰ কথা



আন বহুতেও বহুত ধৰণেৰে কৈ গৈছে। কিন্তু তেওঁলোকৰ কোৱাত পাণ্ডিত্যৰ শ্লেষ আছে, অন্তৰৰ সংযোগ নাই। ……তেওঁ দেখিলে, বুঢ়াৰ ওঠ দুটা এনেয়ে এবাৰ কঁপি উঠিল। নহয়, তেওঁ কিবা এটা মন্ত্ৰ উচ্চাৰণ কৰিলে। মানুহজনে সেই মন্ত্ৰ শুনি নেপালে, কিন্তু অনুভৱ কৰিলে এটি স্নিগ্ধ প্ৰশান্তি।

এনেতে ভাত খাবৰ হ'ল বুলি ভিতৰৰ পৰা কোনোবাই মাত লগালে। দুয়ো ভিতৰলৈ সোমাই গ'ল।

ভাত-পানী খাই, তামোলৰ বটা আগত লৈ দুয়ো আকৌ পিৰালিত বহিলহি। মানুহ জনৰ, মনবৰ বুঢ়াক সুধিবলৈ তেতিয়াও বহুত কথা বাকী আছিল। আচলতে এই পৰ্য্যন্ত তেওঁ অকল বুঢ়াৰ ঘৰৰ খবৰহে লৈছে, গাওঁখনৰ বাকী বোৰৰ খা-খবৰ লবলৈ বাকী আছেই। কি কথা আৰম্ভ কৰিব, তাকে ভাবি দুয়ো সমুখলৈ চাই খন্তেক পৰ মনে মনে ৰ'ল। ফাগুন মাহৰ জোনাক ৰাতি। বহুত দিন এনেকুৱা জোনাক মানুহ জনে দেখা নাই। সেই ফালে আকুল দৃষ্টিৰে চাই চাই তেওঁৰ মনত জাগি উঠিল কিবা এটা অজান-তৃষা। গোটেই পৃথিবী খনক ভাল পাবলৈ, পৃথিবীৰ সকলো মানুহকে আপোন বুলি বুকুত সাৱটি লবলৈ তেওঁৰ এটা অদম্য ধাউতি হ'ল। তেওঁ শূন্য দৃষ্টিৰে জোনাক বোৰলৈ তন্ময় হৈ চাই ৰ'ল।

এইদৰে কিছু সময় যোৱাৰ পাছত তেওঁৰ ধ্যান ভাগিল। হঠাতে তেওঁৰ মনত পৰিল, তেওঁৰ ল'ৰালি কালৰ নলে-গলে

লগা বন্ধু মুহিৰামৰ কথা। বুঢ়াৰ ফালে চাই তেওঁ মাত লগালে ঃ 'মুহীৰামৰ আজি-কালি কেনেকুৱা খবৰ দদাই ?'

—'সেই পাপীষ্ঠটোৰ কথা আৰু নকৰি বোপাই। ইমান দিনে সি নৰকত পচি মৰিছে চাগৈ।'—বুঢ়াৰ কথা শুনি মানুহ-জনৰ বিস্ময়ৰ সীমা নাইকিয়া হ'ল। সেই শান্ত-শিষ্ট, মৰা সাপকো নেদেৱা মুহীৰামে এনে কি মহা-পাপ কৰিলে, যাৰ বাবে সি নৰকত পচি মৰিব লগা হৈছে ? অতি উদগ্ৰীব হৈ তেওঁ সুধিলে ঃ 'কি কথা, মোক ভালকৈ কোৱাচোন দদাই।'

—'সেই বোৰ বহুত কথা বোপাই'—বুঢ়াই কবলৈ আৰম্ভ কৰিলে—'মৰিবৰ সময়ত সি ঘৈণীয়েকক কৈ গ'ল দেখিহে আমি ভিতৰৰ কথা সোপা গম পাইছোঁ। মানুহ দূৰৰ কথা, পৰা হ'লে সি ঈশ্বৰৰ চকুতো ধূলি দিলেহেঁতেন। ঘটনাটো কি হৈছিল শুন বাৰু, কওঁ।'

—ঢুলীয়া গাৱঁৰ ৰূপেশ্বৰক তই চিনি নেপাৱ জানো,—সি আমাৰ গাৱঁৰে ভেবেলা মেধীৰ জীয়েক বিহুতীক বিয়া কৰিছে। সেই বিহুতীকে আগেয়ে মুহীৰামে খোজা-বঢ়া কৰিছিল। বিহুতীৰো বোলে মুহীৰামলৈ যাবলৈ বৰ মন আছিল। ডেকা-গাভৰু অৱস্থাত সিহঁত হালৰে অৱশ্যে বৰ মনৰ মিল আছিল, সেই কথা গাৱঁৰ সকলোৱে জানে। যিহওক, ৰূপেশ্বৰৰ ঘৰৰ দুটা চাৰি-কোঠলীয়া ভঁৰাল আৰু এপাল ম'হ দেখি ভেবেলা মেধীৰ মন টলিল। মুহীৰামৰ পৰা ভাৰ-ভেটি খায়ো অৱশেষত তেওঁ ৰূপেশ্বৰলৈকে জীয়েকক দিলে। তেতিয়াৰ দিনৰ ছোৱালীয়ে মাক-বাপেকৰ ইচ্ছাৰ বিৰুদ্ধে যাবলৈ সাহ নকৰিছিল। গতিকে বিহুতীৰ মনত যি ভাবেই নেথাকক, ৰূপেশ্বৰৰ লগত নিৰ্বিঘ্নে তাইৰ বিয়া হৈ গ'ল।



এই ঘটনাই মুহীৰামৰ মনত কিমান দ সাঁচ বহুৱালে, সেই কথা বাহিৰত কোনেও নেজানিলে। সি আগৰ দৰেই সকলোৰে লগত হাঁহি-ফুৰ্ত্তি কৰি দিন কটাবলৈ ধৰিলে। তাৰ পাছৰ বছৰ, সি ৰূপেশ্বৰহঁতৰ ঘৰৰ কাষৰে এজনী ছোৱালী বিয়া কৰাই আনিলে। সিহঁতৰ ঘৰুৱা জীৱন খুব সুখৰেই হৈছিল বুলি কব পাৰি। বিয়াৰ পাছৰ পৰা তাৰ ধেমেলীয়া স্বভাৱ আগতকৈ বেছি হবলৈ ধৰিলে। তাৰ এটা কথাত মাত্ৰ গঞা ৰাইজৰ অলপ চকু পৰিছিল, সেইটো হৈছে—বিয়াৰ পাছৰ পৰাই সি শাহুৱেকৰ ঘৰলৈ মাহটোত দুই তিনিবাৰ নগলে থাকিব নোৱাৰিছিল। কিন্তু এইটোকো মানুহে তাৰ মাইকী জনীৰ প্ৰতি অত্যধিক আসক্তিৰ চিন বুলিহে ধৰি লৈছিল। আন একো সন্দেহ কৰিবলৈ মানুহে থল বিচাৰি পোৱা নাছিল।

এই দৰে কেইবা বছৰ পাৰ হ'ল। মুহীৰামৰ দুটানে তিনিটা ল'ৰা-ছোৱালীও হ'ল। এদিন সি সত্ৰলৈ গৈ গোঁসাই-ঈশ্বৰৰ পৰা নাম-ধৰ্মও লৈ আহিল। তাৰ পাছৰ পৰাই সি বেছি ভাগ সময় নাম-প্ৰসঙ্গতে কটায়। তাৰ এনে নীতি-নিয়ম, সদাচাৰ দেখি সকলো মানুহে ধন্য ধন্য কৰিবলৈ ধৰিলে।

আন ফালে ৰূপেশ্বৰৰ সংসাৰ বৰ দুখৰ হৈ উঠিল। সিহঁতৰ বিয়া হোৱা কেইবা বছৰো হ'ল, কিন্তু তেতিয়ালৈকে সিহঁতে

ল'ৰা-ছোৱালীৰ মুখ নেদেখিলে। ৰূপেশ্বৰ আছিল বৰ লম্পট স্বভাৱৰ মানুহ। তাৰ মনটো আছিল পাপীৰ মন। সেই কাৰণে আনকো সি ভাল বুলি বিশ্বাস কৰিব নোৱাৰিছিল। বিহুতীক নিবৰ দিন ধৰি তাইৰ চৰিত্ৰত নানা অপবাদ দি সি তাইৰ ওপৰত নানা পাশবিক অত্যাচাৰ কৰিবলৈ ধৰিলে। তাৰ হাতত পৰি এবছৰৰ ভিতৰতে বিহুতীৰ কেঁচা হালধিৰ গাঁঠি যেন বৰণ মোলান হৈ পৰিল, গাৰ হাড় ডাল ডাল হৈ ওলাল। অৱশেষত তাইৰ ল'ৰা-ছোৱালী নোহোৱা দেখি ৰূপেশ্বৰে যেতিয়া আন এজনী মাইকী বিয়া কৰিলে, তেতিয়াৰ পৰা বিহুতীৰ বিলত হাঁহ নচৰা অৱস্থা হ'ল।

বহুত গাৱঁলীয়া বোৱাৰীৰে এনেকুৱা অৱস্থা হয়, সেইটো বিশেষ একো ধৰিব লগীয়া কথা নহয়। তাইৰ কপালেই মন্দ বুলি মনতে সান্ত্বনা দি, ওচৰ-চুবুৰীয়াই সেইফালে চকু দিবলৈ এৰিলে। কিন্তু আন সকলোৱে চকু দিবলৈ এৰিলেও এটা মানুহে যে অহৰহ তাৰ চিৰ-সজাগ চকু হালেৰে বিহুতীৰ সকলো অৱস্থা লক্ষ্য কৰি আছিল, সেই কথা কোনেও ভাবিবই পৰা নাছিল। ভাবিবলৈ, বিয়া হবৰ দিন ধৰি মুহীৰামে বিহুতীৰ লগত কিবা সম্পৰ্ক ৰখা দূৰৰ কথা, বাটে-পথে ভেটা-ভেটি হৈ কথা এষাৰকে পতা কোনেও দেখা নাছিল। আৰু প্ৰকৃততে সিহঁতৰ মাজত তেনে কোনো ভাবৰ আদান-প্ৰদান নাছিলো। কিন্তু বাহিৰৰ সেই লোকক দেখুৱা উদাসীনতাৰ আঁৰত, মুহীৰামৰ মনত বিহুতীৰ ছবি তেতিয়াও ভোটা-তৰাৰ



দৰে জ্বলি আছিল। বিহুতীয়েও মুহীৰামক পাহৰিব পৰা নাছিল। সিহঁত দুয়ো যে পুনৰ মিল হব বুলি আশা কৰিছিল, সেইটো নহয়। তেনে ভাব মনলৈ অনাটোও পাপ বুলিহে সিহঁতে বিবেচনা কৰিছিল। কিন্তু তথাপি, বিহুতীয়ে মুহিৰামৰ মনটো ইমানকৈ কঁপাই থৈ গ'ল যে, তাৰ পোৰণি পাহৰি থাকিবলৈকে সি হৰি-নামত গা ঢালি দিলে। আন হাতে বিহুতীয়েও তাইৰ দেহৰ ওপৰত সকলো অত্যাচাৰ সহি থাকিবলৈ বল পালে মুহিৰামৰ প্ৰতি তাইৰ প্ৰেমৰ জোৰতে। সিহঁতে হালৰে বিয়া হৈ যোৱা হ'লে হয়তো সাধাৰণ মতা-মাইকীৰ নিচিনাকৈ সুখ-দুখ হাঁহি কান্দোনৰ মাজেদিয়েই সিহঁতে জীৱন কটালেহেঁতেন। কিন্তু ভাগ্যই সিহঁতক দুফালে ঠেলি পঠোৱাৰ কাৰণে, ইটোৱে সিটোক কিবা এটা অপাৰ্থিৱৰ জেউতি বুলি ভাবিবলৈ ধৰিলে। সেই জেউতি সিহঁতে জীৱনত নেপায়, কিন্তু তাক নিবিচৰাকৈয়ো সিহঁতে থাকিব নোৱাৰে।

আহাৰ মাহৰ এদিন গধূলি, কিবা এটা খণ্ডত ৰূপেশ্বৰে বিহুতীক বৰকৈ মাৰ-পিট কৰিলে। মুহীৰামে সেই দিনা শাহুৱেকৰ ঘৰলৈ যাওঁতে সেই ঘটনা নিজ চকুৰে দেখি আহিল। সিয়ে বিহুতীক মাৰ-পিট কৰা দেখিছিল, সেই কথা কোনেও নেজানে। বিহুতীক মাৰ-কিল কৰি ৰূপেশ্বৰে নাও লৈ খলহাত মাছ চাবলৈ গ'ল। মুহীৰামেও ঘৰলৈ আহি কালি এডাল লৈ মাছ খুচিবলৈ বুলি ওলাই গ'ল। ঘটনাৰ এই যাগাযোগটো

কোনো জন-প্ৰাণীয়ে গম নেপালে। মাত্ৰ পাছ দিনা ৰাতিপুৱা কেওফালে খবৰ ওলাল যে তুলীয়া গাৱঁৰ ৰূপেশ্বৰ আগ দিনা মাছ চাবলৈ গৈ আৰু ঘূৰি নাহিল। সকলোৰে মনত বিশ্বাস হ'ল যে তাক নিশ্চয় বাক নাইবা আন কোনো অপদেৱতাই ধৰি মাৰিলে।

ভূত-প্ৰেতত দৃঢ় বিশ্বাস থকা গঞা ৰাইজৰ মনত, এটা মানুহ এনে আচৰিত ধৰণে নাইকিয়া হোৱা ঘটনাই বিশেষ একো আলোড়ন নুতুলিলে। এই ঘটনাৰ ফলত আৰু এটা মানুহৰ জীৱনত যে কি প্ৰলয়ংকৰ ধুমুহা উঠিল, তাকো কোনেও দেখা নেপালে। সেই মানুহটো হ'ল মুহীৰাম। সেই ঘটনাৰ পাছৰ পৰাই লাহে লাহে সি হৰি-নামত বেছি পগলা হবলৈ ধৰিলে। ঘৰৰ কাম-বন খেতি-পথাৰ সকলো বাদ দি সি দিনে ৰাতিয়ে হৰি-নাম জপিবলৈ ধৰিলে। মানুহে ভাবিলে, সংসাৰত অন্যায়-অধৰ্ম বেছি দেখি সি হৰি-নামত এনেকৈ আপোন-পাহৰা হৈ উঠিছে। এই দৰে দুবছৰ মান যোৱাৰ পাছত মুহীৰাম সম্পূৰ্ণ পগলা হৈ উঠিল। মানুহে তাৰ নাম দিলে হৰি-পগলা।

এদিন মুহীৰামৰ মাইকী জনীয়ে ল'ৰা-ছোৱালী কেইটা লৈ গাওঁ ফুৰিবলৈ গৈছিল। সেই সুযোগতে মুহীৰামে ঘৰটোত জুই লগাই দি, নিজে তাত জাপ মাৰি দিলে। ভাগ্যে কেইটা মান মানুহে ঘটনাটো দেখি দৌৰ মাৰি আহি তাক টানি বাহিৰ কৰিলে। কিন্তু জুয়ে তাক ভালকৈয়ে পুৰিলে। কেই দিনমানৰ



পাছত সেই আঘাততে তাৰ মৃত্যু হ'ল। মৰিবৰ আগতে জানিবা সি ঘৈণীয়েকৰ আগত তাৰ পাপ সৈ কাঢ়ি গ'ল।'

কাহিনীটো কৈ শেষ কৰি, মনবৰ বুঢ়াই দীঘলকৈ এটা হুমুনিয়াহ কাঢ়িলে। মানুহজনৰ মনত সেই আচৰিত ঘটনাৰ বিবৰণে এনে গভীৰ দাগ বহুৱালে যে, তেওঁ কিছু সময় একো ভাবিব নোৱাৰা হৈ জলকা লাগি বহি ৰল। সেই বিষয়ে বুঢ়াৰ লগত আৰু অধিক আলোচনা কৰিবলৈ তেওঁৰ সত নগ'ল। বুঢ়াৰ মনটো আন ফালে ঢাল খুৱাবলৈ তেওঁ মাত্ৰ আপোন মনে কোৱাদি কলেঃ 'ল'ৰাটো দেখোন এতিয়ালৈকে ঘূৰি নাহিল।'

বুঢ়া এইবাৰ উত্তেজিত হৈ উঠিল। 'মোৰ আগত তাৰ নাম নুলিয়াবলৈ তোক কৈছো নহয়। সি মোৰ পোৱেই নহয়। মাক-বাপেকক নগণা, গুৰু-গোঁসাই নমনা অধৰমী সি। যোৱা বছৰ তাক কলোঁ—যাচোন, সত্ৰত গৈ গোঁসাই ঈশ্বৰক সেৱা এটা কৰি আহগৈ। সি মহা-পাপীয়ে মোৰ মুখৰ আগতে গোঁসাইলৈ ভৰি ডাঙি উঠিল। পোক লাগিব তাৰ ভৰিত। নাম-ধৰ্মত সি শৰণ লব কেলৈ? আজি-কালি মানুহে নতুন সত্ৰ উলিয়াইছে নহয়। তাতে শৰণ লৈ সি এতিয়াই বৈকুণ্ঠ পালো বুলি ভাবিছে।'

মানুহজনে বুঢ়াৰ নতুন সত্ৰ কথাষাৰ একো বুজি নেপালে। 'নতুন সত্ৰ বুলি কিহৰ কথা কৈছেনো?' তেওঁ অলপ বিমূঢ়ৰ দৰে সুধিলে।

বুঢ়াই মাতসাৰত অসহ্য ঘৃণা ঢালি উত্তৰ দিলে : 'কমিউনিষ্টে নে কি সেইবোৰে আজি-কালি ঠায়ে ঠায়ে সত্ৰ পাতি ফুৰিছে নহয়। তাত শৰণ লোৱা বোৰক সিহঁতে দীক্ষা দিয়ে, বোলে ঈশ্বৰ-তিশ্বৰ একো নাই। সকলোৰে পেট ভৰাই খাবলৈ আৰু পিন্ধিবলৈ পালেই আৰু একো চিন্তা নাই। যি সিহঁতক সেইখিনি দিব, তাকে ঈশ্বৰ বুলি পূজিব লাগিব। সিহঁতৰ অভীষ্ট সিদ্ধিৰ কাৰণে পাপ-পূণ্যৰ একো বিচাৰ নাই। হেজাৰ হেজাৰ মানুহ মাৰি, নাইবা বন্ধু-বান্ধব পিতৃ-মাতৃৰ প্ৰতি বিশ্বাস-ঘাতকতা কৰি হ'লেও সিহঁতে যদি নিজৰ উদ্দেশ্য পূৰণ কৰিব পাৰে, তেন্তে বোলে সেই উপায় একো বেয়া নহয়। মুঠতে, সিহঁতৰ ধৰ্ম মতে—প্ৰতিটো মানুহৰ আত্মাৰ সদগতিৰ কাৰণে ধৰ্ম নহয়, ধৰ্মটো যেনে তেনে বজাই ৰাখিবৰ কাৰণেহে মানুহ। ...আমাৰ কুলাংগাৰেও সেই ধৰ্মকে লৈছে।'

কমিউনিজিম্......ধৰ্ম...বুঢ়াৰ মুখত তেওঁ এই বোৰ কি কথা শুনিছে? সত্যৰ দৰ্শন কোন সময়ত কেনেকৈ মিলে, মানুহে নিজে কব নোৱাৰে। মানুহ জনৰ ধাৰণা হ'ল, এই অতি-নগণ্য অশিক্ষিত চহা বুঢ়া জনৰ মুখত তেওঁ এনে এটা বিৰাট ঐতিহাসিক সত্যৰ সন্ধান পালে, যিটো বহুত পুথি-পাজি পঢ়িও তেওঁৰ উপলব্ধিত ধৰা পৰা নাছিল। সঁচাকৈয়ে কমিউনিজিম্ এটা ৰাজনৈতিক মতবাদ মাত্ৰই নহয়, ইছলাম্, বৌদ্ধ আদি ধৰ্মৰ দৰে ই এটা ধৰ্মহে। সকলো ধৰ্মৰ ভিতৰত আধুনিকতম, আৰু আটাইতকৈ কুৎসিৎ, অ-মানবীয় এই ধৰ্ম।



এই নব্য-ধৰ্মৰ প্ৰফেট্ সকলৰ দৰে নিষ্ঠুৰ, ৰক্ত-পিপাসু ধৰ্ম-প্ৰচাৰক—পৃথিৱীত আগেয়ে কেতিয়াও ওপজা নাছিল। সকলো ধৰ্মৰ দৰে, মানৱ-সভ্যতালৈ এই ধৰ্মৰো অকণমান বৰঙণি নিশ্চয় আছে—কিন্তু তাতকৈ শত গুণে এই ধৰ্মই মানবতাৰ শত্ৰুতা কৰিছে।

কাণৰ কাষত কোনোবাই কৈ দিয়াৰ দৰে, মানুহজনৰ মনত চকুৰ পচাৰতে এইখিনি ভাবৰ উদয় হ'ল। হয়তো বহুত দিনৰ পৰাই তেওঁৰ নিৰ্জ্জান মনত এই বিলাক চিন্তাই ক্ৰিয়া কৰি আছিল; এতিয়া বুঢ়াৰ মুখত সেই কথা কেইষাৰ শুনি মুহূৰ্ত্ততে তেওঁৰ মনত গোটেই অনুভবটো স্পষ্টতৰ হৈ উঠিল। নতুন কথা এটা চিন্তা কৰি পোৱাৰ আবেগত তেওঁ ইমান উত্তেজিত হৈ উঠিছিল যে, একে উশাহতে কৰা তেওঁৰ এই সিদ্ধান্তত যে কিবা খুঁত থাকিব পাৰে, সেই বিষয়ে পুনৰ চিন্তা কৰিবলৈ তেওঁৰ ধৈৰ্য্য নহ'ল।

মানুহজনক বহুত পৰ মনে মনে থকা দেখি বুঢ়াই তেওঁৰ টোপনি আহিছে বুলি ভাবিলে। সেই কাৰণে তেওঁ মাত লগালে : 'ভাগৰে-জোগৰে আহিছ, শুই থাকগৈ যা বোপাই।' এই বুলি আলহীক বিছনা দেখুৱাই বুঢ়া ভিতৰলৈ শুবলৈ গ'ল।

তেওঁ গৈ বিছনাত দীঘল দি পৰিলগৈ। কিন্তু টোপনি নাহিল। আজি ওৰে দিনটো তেওঁ যি দেখিলে, যি শুনিলে—সেই সকলো বোৰ কথাই নিৰ্জনতাৰ সুযোগ পাই এতিয়া

একেলগে তেওঁৰ মনত ভিৰ কৰিবলৈ ধৰিলে। সুদীৰ্ঘ কুৰি বছৰৰ মূৰত তেওঁ গাৱঁলৈ ঘূৰি আহিছিল শান্তিৰ সন্ধানত। আশা কৰিছিল, গাৱঁত হয়তো এতিয়াও সেই সহজ শান্তি আছে, যাৰ উৎস হ'ল এটা মংগলময় সত্বাত বিশ্বাস,—সেই স্থিৰতা আছে, যাৰ অবলম্বন হ'ল মানসিক সংযম। কিন্তু ইয়ালৈ আহি তেওঁ দেখিছে, যুগৰ ব্যাধিয়ে আহি ইয়াতো প্ৰবেশ কৰিছেহি। যৌবনৰ প্ৰাৰম্ভতে তেওঁ যি অৱস্থাত গাওঁখন এৰি থৈ গৈছিল, এতিয়া তাৰ চিন-চাবো নাই। ৰিপ্ ভন্ উইংক্‌লৰ দৰে তেওঁ যেন কোনোবা মায়া-পৰ্বতত এই কুৰি বছৰ শুই আছিল, এতিয়া সাৰ পাই আহি দেখে, তেওঁৰ চিনাকী গাওঁখনৰ কাকো তেওঁ চিনি নেপায়, তেওঁকো কোনেও চিনি নেপায়।

সেই অশান্ত, পতিত মানুহবোৰ···মনবৰ বুঢ়াৰ লালসা-মত্ত পুতেক, নৰ-হত্যাকাৰী মুহীৰাম, হতভাগিনী বিহুতী···এটা এটাকৈ সিহঁতে তেওঁৰ মনৰ মাজত ভুমুকি মাৰিবলৈ ধৰিলে। মনবৰ বুঢ়াই কোৱাৰ নিচিনাকৈ মুহীৰাম সঁচাকৈ নৰকত পচিছেনে? তাৰ বিষয়ে তেওঁ যিমানেই চিন্তা কৰিছে, সিমানেই তেওঁৰ ধাৰণা হৈছে—এই গাৱঁৰ অতীতপ্ৰায় জেনেৰেশ্যনৰ শেষ প্ৰতিনিধি মুহীৰাম, যি ভয়ংকৰ পাপ কৰিও বিবেকৰ অনুশাসন সম্পূৰ্ণ উলংঘা কৰিব নোৱাৰিলে। এফালে তিৰোতাৰ প্ৰতি আসক্তি, নিজৰ প্ৰণয়িনীক এটা উন্মত্ত পশুৰ হাতৰ পৰা বচোৱাৰ দায়িত্ব, আন-হাতে মুহূৰ্ত্তৰ উত্তেজনাত ঘটি



যোৱা নৰ-হত্যাৰ দৰে এটা পাপ। সেই পাপৰ গ্লানিত সি যে অৱশেষত পাগল হৈ গ'ল, সেইটোৱেইতো আশাৰ কথা। ঈশ্বৰে তাক ক্ষমা কৰক।

কিন্তু আন হাতে মনবৰ বুঢ়াৰ পুতেক—মানুহজনে ভাবি যাবলৈ ধৰিলে—সি হ'ল নতুন জেনেৰেশ্যনৰ প্ৰথম প্ৰতিনিধি। অন্তঃসাৰ-শূন্য লালসাই সিহঁতৰ একমাত্ৰ ধৰ্ম। জীৱনৰ কোনো মহৎ প্ৰেৰণাতে সিহঁতে বিশ্বাস নকৰে। যি কোনো উপায়েৰে সিহঁতে সমাজক সমৃদ্ধ কৰি তুলিবলৈ বিচাৰে, কাৰণ সমৃদ্ধি বাঢ়িলে সিহঁতে ভোগ কৰিবলৈ পাব। কিন্তু ব্যক্তিৰ নৈতিক উন্নতিৰ কাৰণে সামান্যতম ত্যাগ কৰিবলৈকো সিহঁত ৰাজী নহয়।

মনবৰ বুঢ়াৰ পুতেকৰ কথা ভাবি মানুহজনৰ চকুলৈ টোপনি নহা হ'ল। বাপেকীৰ হৃদয়েৰে তেওঁ তাৰ নৈতিক পতনৰ গুৰুত্ব জুখিবলৈ যত্ন কৰিলে। হঠাতে কিবা এটা আবেগত তেওঁ বিছনাৰ পৰা উঠি বহিল। সেই পাপ আৰু পতনৰ পথৰ পৰা তেওঁ তাক ঘূৰাই আনিব, তেওঁ তাক ঘূৰাই আনিবই। মানুহৰ কাৰণে তেওঁ জীৱনত একো কাম কৰা নাই। অন্ততঃ এই কণ কাম তেওঁ কৰি যাব।

হাতত সাৰে ভৰিত সাৰে দুৱাৰখন খুলি তেওঁ ওলাই গ'ল। উত্তেজনাত অধীৰ হৈ বাট ডুখৰ কেনেকৈ গ'ল, তেওঁ কব নোৱাৰে। যেতিয়া নেপালনী জনীৰ দোকানৰ মুখত তেওঁ ঠিয় দিলেগৈ, তেতিয়াহে তেওঁৰ অলপ ভয় লাগিল। এই

ৰাতি কোনোবাই যদি তেওঁক সেই কুখ্যাত দোকানৰ সমুখত ঠিয় হৈ থকা দেখে, মানুহে তেওঁক কি ভাবিব? পিছ মুহূৰ্ত্তেতে তেওঁৰ সাহস হ'ল, মানুহৰ ভাল কৰিবলৈ গৈ লোক-নিন্দালৈ ভয় কৰিলে নচলে। আৰু আনে বেয়া বুলিলেই তেওঁ সৰু হৈ নেযায়।

অথনি জুৱা-খেলি থকা ডেকা কেইটা বোধ হয় ঘৰলৈ গ'ল। দুৱাৰখন ভিতৰৰ পৰা বন্ধ। ভিতৰত লেম্প্ এটা ধিমিক-ধামাক কৈ জ্বলি আছে। মানুহজনে দুৱাৰৰ জলঙাইদি ভিতৰত কোন আছে চাবলৈ যত্ন কৰিলে। কিন্তু ভালকৈ একো নেদেখি। কিছু সময় তেওঁ দুৱাৰ মুখতে তলকা মাৰি ৰ'ল। বাঁহৰ চাঙখনৰ পৰা এটা কেৰকেৰণি শব্দ আহিছে। মানুহজনৰ ঘপহ কৰে মনত পৰিল—এবাৰ এখন ইংৰাজী নাম কৰা কথা-ছবি চাই ভাল পাই, মূল কিতাপখন তেওঁ পঢ়ি চাইছিল। তাত বৰ্ণিত, মৈথুন-ৰত এহাল স্ত্ৰী-পুৰুষৰ দেহৰ আন্দোলনত স্প্ৰীঙৰ খাটত হোৱা সেই মৃদু সুষম ছন্দৰ ধ্বনি তেওঁৰ মনলৈ আহিল। কিছু সময় নিস্তব্ধ হৈ তেওঁ চাং খনৰ সেই যান্ত্ৰিক কেৰকেৰনিটো শুনি থাকিল। সেই মুহূৰ্ত্তত তেওঁৰ মনলৈ কি ভাব আহিছিল? তেওঁ ভাবিবলৈ পাহৰি গৈছিল।...... যেতিয়া সেই কেৰকেৰণি নিতাল মাৰিলে, তেওঁ মনৰ গোটেই-খিনি সাহ গোটাই লৈ দুৱাৰত ঢকিয়াই মাত লগালে: 'হেৰা, হেৰা ময়না, ঘৰলৈ নোযোৱানে?'

ভিতৰত মানুহটোৱে কি জানো এটা ভাবিলে। ছোৱালী



জনীৰ কাণত ফুচফুচাই কিবা এষাৰ কলে। মদ খাই সি তেতিয়াও মাতাল হৈয়ে আছিল। হাতত লোহাৰ ডাং এডাল লৈ এইবাৰ সি ওলাই আহি দুৱাৰ-খন খুলি দি মানুহজনক সুধিলে: 'কোন তই? কি লাগে ইয়াত?'

মানুহজনে একো উত্তৰ দিবলৈ নেপালেই। হঠাতে মূৰত তেওঁ অনুভৱ কৰিলে এটা প্ৰচণ্ড আঘাত। তাৰ পাছত আৰু তেওঁ একো কব নোৱাৰে।

এই দৰে কিমান সময় গ'ল, তেওঁ কব নোৱাৰে। যেতিয়া অলপ চেতনা ঘূৰি আহিল, তেওঁ অনুভৱ কৰিলে, চাৰিওফালে হেজাৰ হেজাৰ জনতাই বেঢ়ি ধৰি তেওঁক যেন অশ্লীল ভাষাৰে উপহাস কৰিছে। ঘটনাই কি গতি লৈছে, বুজিবলৈ তেওঁৰ বাকী নেথাকিল। গণ্ডগোল হোৱা শুনি কাষৰ-পাঁজৰৰ বহুত মানুহ গোট খাইছে। পুলিচ অহা বুলিও তেওঁ গম পালে। এই দোকানলৈ আন মানুহ যি উদ্দেশ্যেৰে আহে, তেওঁকো সেই উদ্দেশ্যে অহা বুলিয়েই সকলোৱেই ধৰি লৈছে। তাতে ইয়াত তেওঁক কোনেও চিনি নেপায়। ছিঃ ছিঃ, কাইলৈ মনবৰ বুঢ়াৰ আগত তেওঁ কেনেকৈ মুখ উলিয়াব? তেওঁৰ উদ্দেশ্য যে সৎ আছিল, সেই কথা কেনেকৈ প্ৰমাণ কৰিব?

'আত্মাৰ শুভ্ৰতা কাৰো আগত প্ৰমাণ কৰিব লগীয়া বস্তু নহয়।'...অন্তৰৰ গভীৰৰ পৰা যেন কোনোবাই বজ্ৰ-গম্ভীৰ স্বৰেৰে ঘোষণা কৰিলে।

মানুহজনে মুহূৰ্ত্তৰ ভিতৰতে নিজৰ ভবিষ্যতে কল্পনা কৰি

ললে। এইখন নিশ্চয় এখন ডাঙৰ মকৰ্দমা হব। তাত যদি সঁচা কথাবোৰ কয়, সভ্য মানুহৰ সভ্য ন্যায়ালয়ে সেই কথা কেতিয়াও বিশ্বাস নকৰে। সত্যক উপহাস কৰাই এই খন পৃথিবীৰ ধৰ্ম। গতিকে বিচাৰত তেওঁ, তেওঁৰ কবলৈ একো নাই বুলিয়েই কব। ফলত তেওঁৰ জেল হব। তেওঁৰ জেল হব!

'বিদায় মোৰ চিনাকী গাওঁ। তোমাৰ কোলাত মোৰ ঠাই ন'হল। মোৰ ঠাই অন্ধকাৰ কাৰাগাৰত ; সত্য আৰু মানবতাৰ পূজাৰীৰ সেয়ে মহাতীৰ্থ।'

তেওঁ নহয়, তেওঁৰ হৈ যেন কোনোবাই কথা কেইষাৰ কলে।

তাৰ পাছত তেওঁ আকৌ অচেতন হৈ পৰিল।

জনতাৰ মাজত এটা অশ্লীল হাঁহিৰ খলকনি শুনা গ'ল। তেজেৰে লুতুৰি-পুতুৰি হৈ ধূলিত পৰি থকা মানুহ জনক চিপাহী এটাই চোচোৰাই নি ষ্ট্ৰেচাৰ এখনৰ ওপৰত তুলিলেগৈ। গোট মাৰি যোৱা তেজ বোৰৰ পৰা এটা কেচেমা-কেচেম গোন্ধ ওলাইছিল। চিপাহীটোৱে ঘিণত মানুহজনৰ গাতে থু পেলাই দিলে।

---

## জন্ম

কেনা লগা ফুলটোলৈ হতাশ ভাবে চাই সাবিত্ৰীয়ে এটা দীঘল হুমুনিয়াহ পেলালে। ফুলত কেনা লাগিলে ভাঙিব পাৰি, তাই নোৱাৰিলেও ৰত্না বুঢ়ীয়ে পাৰিব। কিন্তু ফুলৰ দৰে প্ৰস্ফুটিত হৈ অহা জীৱনটোতে যদি বিধাতাই কোনোবা এখিনিত কেনা লগায়, তেতিয়া উপায় কি? তেতিয়া তাই কাক স্মৰণ কৰিব? মনৰ আশে-পাশে—য'ত মাথোন অন্ধকাৰ, মাথোন অপচয়—ঠিক সেই ডুখৰতে সাবিত্ৰীয়ে এবাৰ চকু ফুৰাই চালে। তাত খনৰ ওপৰত হাউলি পৰি, ছিগি যোৱা এডাল যোৰা লগাবলৈ সাবিত্ৰীয়ে কেবা বাৰো ব্যৰ্থ চেষ্টা কৰিলে। যোৰা নেলাগে বুলি যেন সুতা ডালে আজি তাইৰ লগত বাজি ৰাখিছে। নিতান্ত নিৰুপায়ৰ দৰে তাই দুয়ো খন হাতেৰে গালত ভেজা দি তভক মাৰি বহি ৰ'ল—মাকৰ ওপৰত পেচপাতি, ভাত নেখাওঁ বুলি মুখ ওফোন্দাই বহি থকা অকনমানি ছোৱালী এজনীৰ দৰে। সুৰ ভুল হৈ হঠাতে থমকি যোৱা এটা গানৰ কলিৰ দৰে।

এটা গানৰ কলি তাইৰ মনলৈ আহোঁ আহোঁ কৰিছিল—প্ৰায়-বিস্মৃত, জীৱনৰ অন্য কোনো এসময়ত শুনা এটা গান।

জীৱন পাৰ হৈ যায় কালৈকো করুণা নেৰাখি, থাকে মাথোন গান। বৰ নতুন কথা এটা ভাবি পোৱাৰ দৰে, সাবিত্ৰী নিজৰ সম্বন্ধে হঠাতে সচেতন হৈ উঠিল। খন্তেক আগৰ মানসিক অস্থিৰতাৰ কথা পাহৰি গৈ, তাই নিৰাসক্ত ভাবে পদূলি মুখলৈ চাই ব'ল। অন্তৰত প্ৰতীক্ষাৰ অধীৰতা আৰু নাই, আছে মাথোন, যেহে আহে তাকে বৰণীয় বুলি গ্ৰহণ কৰি লোৱাৰ সৰল সংকল্প। কমলক হয়তো তাই সমাজ-বিহিত জীৱন-সংগী হিচাবে আৰু নেপাব, কিন্তু তাইৰ অন্তৰত সি যি গানৰ স্পন্দন তুলি থৈ গ'ল—জীৱনৰ প্ৰথম গান, তাৰ মাধুৰ্য্যেৰে ভৰি ৰব তাইৰ গোটেই পৃথিবী।

চত মহীয়া আবেলিৰ মিঠা ৰদ চেৰেঙাই সাবিত্ৰীৰ গালে-মুখে হাত ফুৰাই তাইক যেন মৰমহে কৰিছিল। সেই কোমল ভীৰু স্পৰ্শত তাই বাৰে ৰাৰে শিহৰি উঠিছিল, কাৰোবাৰ অন্যায় আবদাৰৰ দৰে যেন অনুভব হৈছিল সেই সুখ-স্পৰ্শ। লাহে লাহে বেলিটো পশ্চিমলৈ আৰু ঢলি পৰিল, ৰদ বোৰ মলিন হৈ আহিল। তামোল গছৰ ছা বোৰ দীঘল হৈ হৈ, অৱশেষত এখন স্যুৰ্‌ৰিয়ালিষ্টিক্ ছবিত পৰিণত হ'ল। চাৰিও-ফালে গভীৰ নিৰ্জনতা,—ইমান গভীৰ যে সময়ো থমকি যোৱা যেন লাগে। ঠিক সেই মুহূৰ্ত্ততে, অন্তৰৰ এটি অদৃশ্য শক্তিৰ নিৰ্দ্দেশত সাবিত্ৰীয়ে সিদ্ধান্ত কৰিলে যে তাই মাক-বাপেকৰ কথা মতেই নন্দেশ্বৰকে বিয়া কৰিব। মানুহে কোনো বিষয়েই নিজে একো সিদ্ধান্ত লব নোৱাৰে। সিদ্ধান্ত আহে



আত্মাৰ এটা অদৃশ্য উৎসৰ পৰা। তাক উদঙাই চাবলৈ বা সচেতন ইচ্ছাৰে নিয়ন্ত্ৰিত কৰিবলৈ মানুহৰ ক্ষমতা নাই। প্ৰায় অস্পষ্ট ভাবে এই বোৰ কথাকে ভাবি, সাবিত্ৰীয়ে তাইৰ জীৱনৰ আটাইতকৈ গুৰুত্বপূৰ্ণ সিদ্ধান্তটো সমৰ্থন কৰিবলৈ চেষ্টা কৰিলে। চেষ্টাৰ সফলতাত তাই সুখী হ'ল।

কমলৰ লগত সাবিত্ৰীৰ প্ৰণয়-সম্পৰ্কৰ কথা কাষৰ-পাজৰৰ চাৰি-পাঁচ খন গাঁৱৰ কোনো মানুহে নজনা নহয়। সকলো জানি-শুনিও নন্দেশ্বৰে তাইক বিয়া কৰিবলৈ আগ বাঢ়িছে। সাবিত্ৰীতকৈ ৰূপহী ছোৱালী যে আৰু কোনো নাই, এনে নহয়; কিন্তু নন্দেশ্বৰৰ লগত সাবিত্ৰীৰ বিয়া নোমাবলৈ অনিচ্ছাৰ কথা গম পায়েই সি বেছি জেদী হৈ উঠিছে। তাৰ অপমানিত পৌৰুষ এটা হিংস্ৰ উত্তেজনাত অধীৰ হৈ উঠিছে। এফালে নন্দেশ্বৰৰ অবিশ্ৰান্ত অধ্যৱসায়, আন ফালে সাবিত্ৰীৰ মাক-বাপেকৰো আন্তৰিক ইচ্ছা—দুয়োটাৰে হেচাত পৰি তাই অৱশেষত কমলৰ আশা এৰিবলৈ বাধ্য হ'ল।

বিয়ালৈ আৰু মাত্ৰ এসপ্তাহ বাকী আছে। আৰু তিনি-চাৰি দিনৰ ভিতৰতে ৰিহাখন কাটি ওলিয়াবই লাগিব। সাবিত্ৰীয়ে আন চিন্তা এৰি দি ৰিহাখনৰ ফুলৰ কেনাটো ভঙাত মন দিলে। কেই মুহূৰ্ত্তমানৰ পাছতে, তাই আন সকলো চিন্তা বিস্মৃত হৈ ৰিহাৰ আগত সপোন ৰচনাত নিমগ্ন হ'ল। ৰঙা আঁচু দি ফুল বছা পাতৰ ৰিহাখন গাত মেৰিয়াই লৈ কইনা সাজি ঠিয় দিয়া নিজৰ ছবিখন, চকা-মকাকৈ তাইৰ চকুৰ

আগত ভাহি উঠিল। সেই জনী যেন তাই নহয়, অন্য কোনোবা এজনী ছোৱালী, অন্য কোনোবা ; তাইৰ দেহৰ ভাঁজে ভাঁজে লিপিট খাই লাগি থকা ৰিহাখন যেন কাৰোবাৰ বিষাদ-মধুৰ প্ৰেম, তাইৰ গোটেই জীৱনটো বেষ্টন কৰি আছে অচঞ্চল আবেগেৰে। স্বপ্নাবিষ্টাৰ দৰে সাবিত্ৰীয়ে ফুলৰ পাছত ফুল বাছি গ'ল, গানৰ পাছত গান ৰচি গ'ল, ওচৰৰ ৰবাব টেঙাৰ গছ কেইজোপাত বিয়লি শেষৰ নিৰ্জনতা আৰু এন্ধাৰ গধূৰ হৈ আহিল। বাৰীৰ পাছ ফালৰ বাঁহনি খনৰ পৰা হুদু এটাই তাৰ বিষণ্ণ স্বগতোক্তি আৰম্ভ কৰিলে। ঠিক তেনে সময়তে সাবিত্ৰীক চক খুৱাই দি ৰত্না বুঢ়ী হাজিৰ হলহি— 'সাবিত্ৰী।'

ৰত্না বুঢ়ীৰ নিজৰ বুলিবলৈ সংসাৰত কোনো নাই। গাৱঁৰ ল'ৰাৰ পৰা বুঢ়ালৈকে সকলোৱেই বুঢ়ীৰ নাতি। কিন্তু এই সকলোৰে ভিতৰত সাবিত্ৰীৰ প্ৰতি তেওঁৰ স্নেহৰ ভাগটো যেন অলপ বেছি। বুঢ়ীৰ শিকনিতেই সাবিত্ৰী গাওঁখনৰ ভিতৰতে আটাইতকৈ পকা শিপিনী হৈ উঠিছে। স্বভাবতে গম্ভীৰ আৰু ভাবুক প্ৰকৃতিৰ সাবিত্ৰীয়েও, লগৰ সমনীয়া ছোৱালীতকৈ বুঢ়ীৰ লগতেই আত্মীয়তা অনুভব কৰে বেছি। বয়সৰ বহল ব্যৱধান পাহৰি দুয়ো দুয়োকৰ সুখ-দুখৰ সম-ভাগিনী বান্ধৱী হিছাবে ব্যৱহাৰ কৰে। ওচৰত নাদ নাই, পোৱা মাইল দূৰৰ নৈৰ পৰা পানী আনিব লাগে, যিটো কাম বুঢ়ীৰ কাৰণে প্ৰায় অসাধ্য। সাবিত্ৰীয়েই সদায় বুঢ়ীক পানী কলহ আনি দিয়ে।



গ'ধুলি হলেই বুঢ়ী সাবিত্ৰীৰ ওচৰলৈ আহে, দুয়ো একেলগে নৈ-ঘাটলৈ গৈ গা-পা ধোৱে আৰু পানী-দুনি লৈ ঘৰলৈ ঘুৰি আহে।

আন দিনাৰ দৰেই বুঢ়ী আহি সাবিত্ৰীৰ তাঁত-শালত ঠিয় হৈ মাত লগালে—'সাবিত্ৰী।' স্বপ্ন-চাৰিণী সাবিত্ৰী মুহূৰ্ত্তৰ কাৰণে চকিত হৈ উঠিল, কোনো দিনে নেদেখা মানুহ দেখি পোৱাৰ দৰে বুঢ়ীৰ মুখলৈ তাইৰ লাগি চাই ৰ'ল। কেই মুহূৰ্ত্ত মান আগৰ তাইৰ কল্পনাৰ জগত খনত যেন ৰত্না বুঢ়ী এটা আচহুৱা ব্যতিক্ৰম। তাই যে বিৰক্ত হৈছিল, ঠিক তেনে নহয়, টোপনিৰ পৰা সাৰ পাই উঠিলে সত্বাৰ জগতখন ক্ষণিকৰ কাৰণে হলেও যেনে আচহুৱা বিভ্ৰম যেনে লাগে, সাবিত্ৰীৰ অৱস্থা হৈছিল ঠিক তেনে। যি ৰাতিয়ে সাবিত্ৰীৰ চেতনালৈ কোনো সুখ-স্বপ্নৰ সম্ভাবনা লৈ অহা নাই, আহিছে মাথোন এটা অতীন্দ্ৰিয় বিষাদ, প্ৰায় কমলৰ বন্য অনুৰাগৰ দৰে স্পৰ্শ-ক্ষম বিষাদ—ৰত্না বুঢ়ী যেন ঠিক সেই ৰাতিৰেই প্ৰতীক। আজিহে ৰাতিৰ বিষয়ে তেনে এটা ধাৰণা সাবিত্ৰীৰ মনলৈ আহিল। কিন্তু অতীততে এনে এটা দিনো গৈছে, যেতিয়া ৰাতিবোৰ সাবিত্ৰীৰ মনত অনুভব হৈছে যেন বাৰিষাৰ উতলা নদী— ঠিক তেনেকুৱাই ৰহস্যময়ী, কলভাষিনী অথবা যেন বৰগোৱালৰ পুখুৰীৰ পাৰত মহ চৰাই থকা কমলৰ বিহু-নামৰ দীঘলীয়া উকি, প্ৰিয়ালৈ প্ৰেমিকৰ ভীৰু আহ্বান।······সেই দিন বোৰ আকৌ জানো ঘুৰি আহিব ? নিজৰ অজ্ঞাতেই সাবিত্ৰীয়ে এটা দীঘল হুমুনিয়াহ পেলালে।

বন্না বুঢ়ীয়ে সাবিত্ৰীৰ হুমুনিয়াহটো মাত্ৰ শুনিলে ; চকুৰ পলকতে তাইৰ মনত মাটি যোৱা ভাবৰ সংঘাত বোৰ গম পাবলৈ বুঢ়ীৰ অনুভূতি সিমান তীক্ষ্ণ নহয়। হুমুনিয়াহটো শুনি বুঢ়ীয়ে ভাবিলে, কমলৰ লগত বিয়া সোমাবলৈ নেপায়েই বেচেৰী ছোৱালী জনীৰ বুকুখন জ্বলিপুৰি মৰিছে। এটি অব্যক্ত সহানুভূতিত বুঢ়ীৰ মনটোও হাহাকাৰ কৰি উঠিল। চানি পৰা চকু জুৰিৰ সমুখত ধোৱা-কোৱাকৈ ভাহি উঠিল নিজৰ অতীত স্মৃতিৰ এটা বীভৎস বাষ্পীয় পিণ্ড। তাৰ পাছত, হয়তো নিয়তিৰ অমোঘতাত, বুঢ়ীৰ মনত এটা উদাসীন কৌতুক-বোধো জাগি উঠিল। সাবিত্ৰীয়েও বুঢ়ীৰ মনৰ এইবোৰ খেলি-মেলি চিন্তাৰ একো গম নেপালে। দুয়ো নৈ-ঘাটলৈ ওলাই গ'ল।

বেলি পৰো পৰো হৈছে। নৈৰ ফটিক-ধাৰ যেন পানীত পশ্চিম আকাশৰ বিচিত্ৰ ৰঙৰ মেঘ বোৰ আৰু পাৰৰ চোম গছ বোৰৰ ভৌতিক ছাঁ বোৰ পৰি, পানীৰ তলত এখন আশ্চৰ্য্য মায়া-পুৰীৰ সৃষ্টি হৈছে। প্ৰকৃতিৰ লগত প্ৰাণৰ নিবিড় সংযোগ থকা খেতিয়ক জীৱনৰ, নানা উদ্ভত লোক-গাথাৰ মাজত পুষ্ট হোৱা সাবিত্ৰীৰ কল্পনাই, সেই বিশাল বিস্ময়ৰ বুকুত এটি অতীন্দ্ৰিয় চেতনা অনুভৱ কৰিলে। আকাশ খন যেন নামি আহিছে পানীৰ বুকুলৈ,—সেই বিশাল আকাশ, সাবিত্ৰীৰ চেতনাৰ লগত একাকাৰ হৈ যোৱা সেই উন্নিদ্ৰ আকাশ। কোনোবা এপাকত বেলিটো টপক কৰে বুৰ মাৰি



নেদেখা হৈ গ'ল। আকাশৰ মুখ খন্তেকতে গোমোৰা হৈ উঠিল। সাবিত্ৰী গা ধুবলৈ পানীত নামিল।

চাপৰিৰ পৰা গৰু-গাই খৰি-কাঠ লৈ—মানুহ বোৰ ঘৰলৈ ঘূৰিছে। মূৰৰ ওপৰত খৰি, বনৰীয়া শাক-পাচলিৰ টোপোলা, দুই-এজনী মাইকী মানুহৰ পিঠিত কেচুৱা। পোন্ধৰ-বিছ জন মতা-মাইকী মানুহৰ এটা সমদল নীৰবে নৈ পাৰ হৈছে। গৰু বোৰৰ অস্থিৰ খোজে ছলাং ছলাং শব্দ কৰি পানীৰ শান্ত স্তব্ধতা খিনি ফেনিল কৰি তুলিছে। জাক টোৰ আগত অহা গাভৰু ছোৱালী কেজনীয়ে পানীত তিতে বুলি মেখেলা বোৰ আঁঠুৰ বহুত ওপৰলৈকে তুলি লৈছে। সিহঁতৰ দেহৰ উদং খিনিৰ পৰা নিঃসৃত, অনুভৱৰ অতীত এটা সেমেকা সৌৰভে চাৰিওকাষৰ বতাহ খিনি বলীয়া কৰি তুলিলে। কান্ধৰ ভাৰত অবশ হৈ পৰা ডেকা মানুহ কেইটাৰ চকুত এটা চিনাকী স্বপ্নৰ আবেশ লাগিল। দিনটোৰ হাড়ভঙা পৰিশ্ৰমৰ অন্তত ৰাতিৰ নিৰ্জন শেতেলীৰ আহ্বান, কাষত সিহঁতৰ মাইকীবোৰ, সিহঁতৰ মাইকী,—উদং গাৰ পৰা ওলোৱা সেই চিনাকী গোন্ধ, ভাদ-মহীয়া ৰোৱতী মাটিৰ বোকাৰ দৰে নৰম তুলতুলীয়া দেহ। সেই স্বপ্নত বিভোৰ হৈ ভাগৰ পাহৰি সিহঁত আগ বাঢ়িল। গ'ধুলিৰ অন্ধকাৰ আকাশৰ পটভূমিকাত বলিষ্ঠ, ঋজু-দেহ এজাক মতা-মাইকীৰ চিলুৱেট্ মূৰ্ত্তি।

খৰি ভাৰ কান্ধৰ পৰা নমায়েই কমলে এটা গা-মূৰি দিলে। স্বপ্ন দেখিবলৈ তাৰ একো নাছিল ; যিবা দেখিছিল, সিও ভাগি

গৈছে। অৰ্থ-হীন ভাবে ইফালে-সিফালে চাওঁতেই হঠাতে এঠাইত তাৰ চকু বৈ গ'ল, আৰু লগে লগে সি তাৰ গোটেই গাটো কপি যোৱা যেন অনুভব কৰিলে। গা ধুই উঠি সাবিত্ৰীয়ে কাপোৰ সলাইছে। নকৈ পিন্ধা বিহা-মেখেলাৰ শিঠিল বান্ধনিৰ মাজেদি এটি পবিত্ৰ সুকুমাৰ নাৰী-দেহৰ সকলোখিনি শোভাই যেন একেলগে কথা কৈ উঠিছে। আন-মনা ভাবে ককালত ৰিহাৰ খোচনাটো মাৰি সাবিত্ৰীয়ে তালৈ একে ঠৰে চাই আছে। পানীৰে সেমেকা ঠাণ্ডা মুখ খনত বহলকৈ মেল খোৱা স্বপ্নাতুৰ চকু হালি—যেন হৃদয়ৰ নীৰব স্তুতি ; কোনোবাই হাত-বাউল দি মতা যেন লাগিল কমলৰ মনত। সি মন্ত্ৰমুগ্ধৰ দৰে সাবিত্ৰীৰ ওচৰলৈ গৈ মাত লগালে—'সাবিত্ৰী !'

সাবিত্ৰীয়ে ল'ৰালৰিকৈ কাপোৰ পিন্ধা শেষ কৰি তিতা তিয়নী খন লৈ পানী-যুৱলিলৈ নামি গ'ল। ওচৰতে কলহ মাজি থকা ৰত্না বুঢ়ীলৈ এবাৰ কাতৰ ভাবে চাই কমল তভক মাৰি ৰ'ল। গাটো জ্বলি যোৱা যেন লাগিছিল তাৰ। খুব জোৰ কৰি নিজকে সি শান্ত কৰিলে। তিয়নীখন ধুই, কাষত পানীৰ কলহটো লৈ সাবিত্ৰীয়ে যাবলৈ বুলি খোজ দিলে। পাছে পাছে ৰত্না বুঢ়ী। বুঢ়ীৰ কমলক কিবা এটা কবলৈ মন গৈছিল। কিন্তু বেদনাত শিলৰ দৰে কঠিন হৈ যোৱা তাৰ মুখ খনলৈ চাই তেওঁ মনে মনে থাকিল। সাবিত্ৰীয়ে কি এটা ভাবি কমলৰ ওচৰত হঠাতে বৈ গ'ল—ভীত অপৰাধীৰ



দৰে, কিবা এটা টান কথা শুনিবৰ আশাত ! কমলে তাইৰ ফালে নুচোৱাকৈয়ে মাত লগালে, 'এতিয়াই বুঢ়ী আইৰ ঘৰলৈ এপাক আহিবি চোন। আহিবি কিন্তু।—নহলে—।' নহলে কি কৰিব, সি একো ভাবিয়েই নেপালে। মেখেলাৰ ঝটক ঝটক শব্দ কৰি সাবিত্ৰী আগ বাঢ়িল।

'নৈ-ঘাটৰ পৰা আহোঁতেই ইমান সময় লগালিনে ?' সাবিত্ৰীয়ে পানা কলহ থোৱা গম পাই মাকে পাক-ঘৰৰ পৰাই মাত লগালে। 'মাছ কেইটা মোক ল'ৰালৰিকৈ বাছি দেচোন। ঢেকী ঘৰত থকা খালৈ টোতে আছে।' মাছ বাছিব লগীয়া কথা শুনি সাবিত্ৰীৰ গা জ্বলি উঠিল। তাই আজি মনে মনে কামনা কৰিছিল অকণমান আহৰি, দেহ আৰু মনৰ এধান মান আজৰি। মাকৰ কথা শুনি তাই টপৰাই মাত লগাই উঠিল—'মই মাছ-টাছ বাছিব নোৱাৰো। বুঢ়ী-আয়ে কিবা এটা দৰকাৰত মাতিছে। তালৈ যাব লাগে।'

সদায় বাধ্য, শান্ত-শিষ্ট সাবিত্ৰীৰ মুখত তেনে অখৰোৱা কথা শুনি মাক অলপ আচৰিত হ'ল। দুদিন পাছে বিয়া হব লগা ছোৱালীৰ কোন সময়ত মনলৈ কি কথা আহে একো ঠিক নাই বুলি, তেওঁ মনে মনে থাকিল। কিন্তু সাবিত্ৰীয়ে নিজেই নিজৰ কথাত আচৰিত হ'ল তাতোকৈ বেছি। কমলৰ পাছত ৰত্না বুঢ়ীয়েও দুই-তিনিবাৰ কোৱাৰ পাছতো, সাবিত্ৰীয়ে তালৈ নেযাম বুলিয়েই মনে মনে ঠিক কৰি আহিছিল। কিন্তু এতিয়া নিজৰ মুখতে সেই অসংকোচ ঘোষণা শুনি সাবিত্ৰীৰ

সন্দেহ হ'ল—সঁচাকৈয়ে তাই কমলক লগ পাবলৈ নেযাওঁ বুলি ভাবিছিলনে ? আগেয়ে যিহকেই নেভাবক, এতিয়া আৰু নগৈ নোৱাৰি। নহলে মাকে কিবা ভাবিব। দুধোৰ-মুধোৰ মনেৰে তাই ৰত্না বুঢ়ীৰ ঘৰলৈ খোজ ললে।

কেও-কিছু নোহোৱা ৰত্না বুঢ়ীৰ ঘৰটো আছিল সাবিত্ৰী আৰু কমলৰ দৈনন্দিন লগ পোৱাৰ ঠাই। অধিক কি, ৰত্না বুঢ়ীয়ে প্ৰথমৰে পৰা সিহঁত দুয়োৰে গোপন অনুৰাগ খিনি লালন কৰি এই প্ৰচণ্ড প্ৰণয়-কাণ্ডত পৰিণত কৰিছেহি। গতিকে কমল আৰু সাবিত্ৰী উভয়ৰে প্ৰতি বুঢ়ীয়ে এটা দায়িত্ব অনুভৱ কৰে। ··· ··· সাবিত্ৰীয়ে বুঢ়ীৰ দুৱাৰ-মুখত ঠিয় হৈ বেৰৰ জলঙাইদি চাই দেখিলে, কমলে জুই-শালৰ ওচৰতে পীৰা এখনত থমথমকৈ বহি আছে। অতি সাবধানে সি যেন আগন্তুক সংঘাত এটিৰ সম্ভাব্য পৰিণতি এটা হিছাব কৰি ওলিয়াবলৈ যত্ন কৰিছে। বুঢ়ীয়ে ওচৰতে সুতা কাটি বহি আছে। কাৰো মুখত মাতবোল নাই। এটা অজান আশংকাত সাবিত্ৰীৰ বুকুখন কঁপি উঠিল। দুৱাৰ খন সন্তৰ্পণে মেলি তাই ভিতৰলৈ সোমাই গ'ল।

সাবিত্ৰীক দেখি কমলে এটা দুৰ্বোধ্য দৃষ্টিৰে তাইৰ তালুৰ পৰা তলুৱালৈকে নিৰীক্ষণ কৰিলে। সেই জ্বলন্ত দৃষ্টিৰ সমুখত সাবিত্ৰীৰ নিজকে বৰ নগ্ন আৰু দুৰ্বল যেন লাগিল। বুঢ়ীয়ে তাইক বহিবলৈ নিজৰ পীৰাখনকে আগ বঢ়াই দি কলে—'তহঁতে কথা পাত। মই ভাত-চৰুলৈ যাওঁ। কমল, তই



ইয়াতে গুদাই-নিকাই এমুঠি খাই যাবি দেই।' এই বুলি বুঢ়ী ভিতৰলৈ সোমাই গ'ল।

সাবিত্ৰীয়ে কাচু-মাচুকৈ পীৰাখনত বহি কটাৰী এখনেৰে মাটিত আকঁ-বাকঁ কৰিবলৈ লাগিল। কিছুসময় তাকে কৰি আমনি পাই, বটাতো ওচৰ চপাই আনি তামোল এটা কাটিবলৈ ধৰিলে। তাৰ পাছত তামোল এখন ধুনীয়াকৈ সজাই কমললৈ চাই কলে—'খাবা ?' সাবিত্ৰীৰ পৰা ইমানখিনি সহৃদয়তা কমলে যেন আজি আশা কৰা নাছিল। প্ৰথম ধাক্কাটো চম্ভালি লৈ সি তাইলৈ চাই ৰ'ল। ঠিক ইয়াৰেইতো সি স্বপ্ন দেখি আহিছিল ইমানদিন। প্ৰাৰ্থনাৰ দৰে করুণ, প্ৰাৰ্থনাৰ দৰেই মধুৰ এই পৰিচৰ্য্যা ; তাৰ মন-খোৱা মাইকী জনীৰ হাতৰ এই অকণ অকণ মধুৰ আদৰ-যত্ন। যিটো হব পাৰিলেহেঁতেন, অথচ যিটো হোৱাৰ আৰু কোনো আশা নাই, তাৰ কথা ভাবি তাৰ হৃদয়খন ভাগি যাব খোজা যেন লাগিল। কি অসহ্য এই বেদনা, মৃত প্ৰিয়জনৰ শয্যাৰ কাষত বুকু চপৰিয়াই কন্দাৰ দৰে নিস্ফল শুকান আবেগ ! সি এইবোৰ কথা ভাবি থাকে মানে, হাতত তামোলখন লৈ মিনতিৰ ভংগীত সাবিত্ৰীয়ে তালৈ চাই আছে। মিছা-মিছিকৈ দুখ কৰি লাভ কি ! আহাঁ, ভাগ্যৰ হাতত আমি সকলো এৰি দিওঁ। চোৱাঁচোন মই কিমান নিঃসহায় ; দুখত মোৰ বুকু পুৰি গৈছে, সেই জুইৰ বুকুৰ পৰা ওলাই আহিবলৈকো মোৰ হাত-ভৰি বন্ধা। পুৰি মৰিবলৈকে আমি জনম লৈছোঁ। সাবিত্ৰীৰ চকুত তেনে এটা

ভাব ফুটি উঠা দেখি কমল আৰু হিংস্ৰ হৈ উঠিল। তাইৰ চকুত চকু ৰাখি সি প্ৰায় আদেশৰ সুৰত তাইক কলে ঃ "সাবিত্ৰী, তই মোৰ লগত পলাই যাব লাগিব। আজিয়েই, এই ৰাতিয়েই।'

ঠিক তেনে এটা কথা শুনিবলৈ সাজু হৈয়েই সাবিত্ৰী কমলৰ ওচৰলৈ আহিছিল। গতিকে তাই অলপো বিচলিত নহে কমলক পুনৰ সুধিলে ঃ 'তামোল নুখোৱা ?' সাবিত্ৰীৰ এই ঠাণ্ডা ঔদাসীন্যত কমল হত-বুদ্ধি হৈ গ'ল। তামোলখন তাইৰ হাতৰ পৰা আনি সি কঠিন মুঠিৰে টেপা মাৰি ধৰিলে। তাৰ যত আক্ৰোশ, গোটেইখিনি যেন তামোলখনৰ ওপৰতে। তাৰ পাছত হঠাৎ সাবিত্ৰীৰ সোঁ-হাতখন খুব জোৰকৈ টেপা মাৰি ধৰি সি পুনৰ সুধিলে—'ক সাবিত্ৰী, তই মোৰ লগত পলাই যাবিনে নেযাৱ ?'

তাইৰ কোমল লেউ-সেউ হাতখন, কমলৰ হাতৰ টেপাত ভাগি যাব খোজা যেন লাগিছিল। সেই কঠিন নিষ্পেষণৰ মাজেদি সাবিত্ৰীয়ে অনুভব কৰিলে, কমলৰ হাতৰ পৰা তাইৰ এৰাই যাব পৰাৰ কোনো আশা নাই। কোমল, ভীৰু দৃষ্টিৰে তাই কমললৈ মুখ তুলি চালে। হঠাৎ তাক খুব অচিনাকী যেন লাগি গ'ল তাইৰ। মানুহটোৰ চকুৱে-মুখে যেন এটা অসহায় আৰ্ত্তনাদ ফুটি উঠিছে, ফুটি উঠিছে সৰ্বস্ব হেৰুৱাব খোজা এটা মানুহৰ উন্মাদ বিহ্বলতা। সঁচাকৈয়ে কমলক খুব কৰুণ আৰু দুৰ্বল যেন দেখা গৈছিল। তাৰ সেই মূৰ্ত্তি



দেখি সাবিত্ৰীৰ কৃত্ৰিম উদাসীনতা তলকতে ভাপ হৈ উৰি গ'ল। তাইৰ অন্তৰত কমলৰ প্ৰতি সঞ্চিত পুতৌ গোটেইখিনি একেলগে উঠলি উঠিল। বাওঁ হাতখন তাৰ হাতৰ মুঠিৰ ওপৰত আলফুলকৈ থৈ তাই কলে—'মোক ভাবিবলৈ দুদিন মান সময় দিবা ?' 'এতিয়াও তোৰ ভাবিবলৈ বাকী আছে ? আচলতে নন্দেশ্বৰত তোৰ মন খাইছে নহয় ?' অসহ্য ঘৃণাত কথা কেইটা উচ্চাৰণ কৰিলে কমলে। তাৰ হাতৰ মুঠিত ধৰি থকা সাবিত্ৰীৰ হাতখন জোকাৰ মাৰি সি আঁতৰাই দিলে। যিমানেই সি তাইৰ ওপৰত কঠিন হৈ উঠিল, সিমানেই সাবিত্ৰীয়ে অনুভব কৰিবলৈ ধৰিলে যে কমল নহ'লে তাইৰ জীৱন মিছা। বেছি চিন্তা কৰিবলৈ আৰু তাইৰ ধৈৰ্য্য নাছিল। ঘপহ কৰে ঠিয় হৈ তাই খন্তেক পৰ তভক মাৰি ৰ'ল, তাৰ পাছত বেৰৰ ফালে চাই স্বগতোক্তি কৰাৰ দৰে কলে—'কাইলৈ ভাত-পানী খাই ৰাতি মই ইয়ালৈকে আহিম। তুমি সাজু হৈ থাকিবা।' কথাষাৰ কৈয়েই সাউৎ কৰে তাই গুচি গ'ল।

* * * *

কমলে গোটা বেত এডালেৰে ভিতৰ ফালৰ পৰা দুৱাৰখন কটকটিয়াকৈ বান্ধি পেলালে। বাহঁৰ চাৱখনত বহি সাবিত্ৰীয়ে ভাবিবলৈ ধৰিলে, কমলে কাৰ ভয়ত দুৱাৰখন ইমান টানকৈ বান্ধিছে ? বাঘৰ নে মানুহৰ ? ছাপৰিৰ এই বহাটোতে সিহঁতে ঘৰৰ পৰা পলাই আহি আশ্ৰয় লৈছেহি। গভীৰ

অৰণ্যৰ মাজৰ অকণমাণি পজা। এটাত এহাল মতা-মাইকী মানুহ। ভয়, উদ্বিগ্নতা আৰু উত্তেজনাৰে সিহঁতৰ মন উগুল-থুগুল। সাবিত্ৰী প্ৰায় ঠক ঠক কৈ কঁপি উঠিছিল। কমলৰ লগত তাইৰ ইমান দিনৰ চিনাকী আছিল কেৱল মাত্ৰ মনৰ। কিন্তু আজি তাৰ লগত তাইৰ যি পৰিচয় হব, সি যে অতি ভয়ংকৰ পৰিচয়। নিজকে নিঃশেষ কৰি দি জানিব লাগিব জীৱনৰ এই অজ্ঞাত ৰহস্য। অতি সতৰ্ক ভাবে তাই কমলৰ গতি-বিধি নিৰীক্ষণ কৰিবলৈ ধৰিলে। দুৱাৰ-খন বান্ধি শেষ কৰি সি জুইকুৰাত শুকান খৰি কেইডুখৰ মান ভৰাই দিলে। জ্বলা-জুইৰ সোণালী আভা পৰি সাবিত্ৰীৰ মুখখন এন্ধাৰতে জ্বলি উঠিল। মুখৰ চাদা চুৰটটো জুইলৈ দলি মাৰি দি কমল চাংখনলৈ কাষ চাপি আহিল। সাবিত্ৰীৰ ওচৰতে বহি তাইৰ ককালত সোঁহাতখন মেৰিয়াই লৈ সি তাইক সুধিলে—'তোৰ ভয় লাগিছে সাবিত্ৰী ?'

পৃথিবীৰ এই যেন প্ৰথম আৰম্ভ হৈছে, ৰাতিৰ ৰহস্যময় অৰণ্যৰ প্ৰাণৰ স্পন্দন অনুভব কৰি কমলৰ চহা বৰ্বৰ কল্পনাত তেনে এটা উপলব্ধিৰ সঞ্চাৰ হ'ল। তাৰ চকুৰ আগত ভাহি উঠিল সেই প্ৰাগৈতিহাসিক অৰণ্যখন, তেজত উথলি উঠিল তাৰ অপ্ৰতিৰোধ্য আহ্বান। কিছু সময়ৰ পাছত অতিপাত নিচাখোৱা মানুহৰ দৰে তাৰ চেতনা বোধ-শক্তি সকলো আচ্ছন্ন হৈ পৰিল। সি মাত্ৰ অনুভব কৰিলে, এটা অসহ্য তৃপ্তিৰ অতল অন্ধকাৰ তলিলৈ সি যেন লাহে লাহে সোমাই গৈছে,



য'ৰ পৰা উঠি অহাৰ আৰু কোনো আশা নাই। তাৰ কাণত পৰিল এটা অবিশ্ৰান্ত গোঁ গোঁ শব্দ; কিন্তু সেই শব্দ তাৰ নিজৰ মুখৰ পৰাই ওলাইছে নে সাবিত্ৰীৰ মুখৰ পৰাই ওলাইছে, কমলে ভালকৈ কব নোৱাৰে। মাজতে এবাৰ মাত্ৰ সি অনুভব কৰিছিল, তাৰ বুকুৰ হেঁচাত গুৰি হৈ যাব খোজা মাংস-পিণ্ডটোৱে যেন খুব জোৰকৈ তাক ঠেলি দিছিল। কিন্তু সেই উগ্ৰ বাধাই তাক কৰি তুলিলে বেছি উত্তেজিত। যাক বুকুৰ কাষত লৈ সি তৃপ্তিত অন্ধ হৈ গৈছে, তাইৰ বিশেষ পৰিচয়টোও সি পাহৰি গ'ল। যি কোনো এজনী নাৰী তাই হব পাৰিলেহেঁতেন, যি কোনো এটা নাৰী-দেহ।

কমলৰ নাগ-পাশৰ পৰা মুক্ত হৈ সাবিত্ৰীয়ে বাগৰ মাৰি বেৰখনৰ কাষলৈ আঁতৰি গ'ল। যি কোনো মুহূৰ্ত্ততেই সেই হিংস্ৰ জানোৱাৰটোৱে তাইক আক্ৰমণ কৰিব পাৰে। তাৰ বাহুৰ মাজত ৰক্তাক্ত হবলৈ তাই নিষ্ক্ৰিয় ভাবে সাজু হৈ ৰ'ল। তাইৰ দেহৰ সৰ্বাংগ-জোৰা বেদনাৰ মাজেদি সাবিত্ৰীয়ে অনুভব কৰিলে, জীৱনৰ পৰা খুব বেছি কিবা এটা আশা কৰা অন্যায়। কল্পনাৰপৰা প্ৰকৃত বাস্তব সঁচাকৈয়ে কিমান নিলগ। দুটোপাল তপত চকুলো তাইৰ গালৰ ওপৰেদি বাগৰি আহিল। সদ্য-লব্ধ চিকাৰৰ মাংস খাই শেষ কৰি মুখৰ ঘুমটি মৰাৰ দৰে, দীঘল দীঘল উশাহ টানি কাঠ ডালৰ দৰে পৰি থকা কমললৈ তাই এন্ধাৰতে এবাৰ চকু মেলি চালে। এই মানুহটোক লৈয়েই তাইৰ যৌবনৰ যত

অৰ্য্যৰচনা, যত অপব্যয়, অপচয়। কিন্তু হয়তো পৃথিবীৰ আন মানুহবোৰ কমলতকৈয়ো বেয়া। দেহৰ কোনোবা এডুখৰত যন্ত্ৰণা অনুভৱ কৰিলে সাবিত্ৰীয়ে, মনৰ কোনোবা এডুখৰত বেদনা। এটি মৃদু হাঁহিৰ ঢউ খেলি গ'ল তাইৰ ওঠত। ইচ্ছা হ'ল, তায়ো সাহসী হব, জীৱনৰপৰা তায়ো মধু চেপি বাহিৰ কৰিব। কমলৰ গাত ইমান জোৰ আছে, ভাবি অবাক হ'ল সাবিত্ৰী। মাটি নিলিপা বেৰৰ জলঙাইদি শেহ ৰাতিৰ ক্ষীণ একাজলি জোনাক সিহঁতৰ বিছনাখনত সিচৰতি হৈ পৰিল। নিজৰ অসংযত কাপোৰ কানিবোৰ দেখি সাবিত্ৰীৰ লাজ লাগিল।......অৰণ্যৰ আকাশ এনে আশ্চৰ্য্য, তৰাবোৰে মূৰৰ ওপৰতে ভীৰ কৰা যেন লাগে। এই অলেখ নক্ষত্ৰ যত স্থিৰ, প্ৰতিবিম্বিত, সেই নৈৰ ফটিক-ধাৰ যেন পানী, তাৰ সিপাৰে দীঘলা হঁতৰ সৰিয়হতলী, তাৰ সিপাৰে স্কুল-ঘৰটো, তাৰ পাছত গাওঁ। সাবিত্ৰীৰ মাকে এতিয়া কি কৰিছে বাৰু? আৰু ৰত্না বুঢ়ীয়ে? আৰু জয়নাথৰ নতুনকৈ বিয়া কৰি অনা মাইকী জনীয়ে? সাবিত্ৰীৰো ইমান ইচ্ছা আছিল বিয়াৰ কইনা হৈ বহিবলৈ, অৱশ্যে কমল যদি দৰা হ'লহেঁতেন। কথা, অজস্ৰ কথাই সাবিত্ৰীৰ মনত ভীৰ কৰিবলৈ ধৰিলে। জীৱনে যেন তাৰ গোটেই খিনি ৰহস্য তাইৰ আগত আজি উদঙাই ধৰিছে। নতুন চিন্তাৰ আলোকত প্ৰতিটো কথাকে তাই চাবপৰা হৈছে।

ৰাতিপুৱা ফেঁহুজালী দিয়া সময়ত কমল সাবিত্ৰী দুয়োৰে



চিলামিলকৈ টোপনি আহিছিল। এনেতে বাহিৰত কাৰোবাৰ মুচমুচনি আৰু অস্থিৰ খোজৰ শব্দত কমল জাপ পাৰি বিছনাত উঠি বহিল। সি যি ভয় কৰিছিল, সেয়ে হ'ল তেন্তে? ইমান সোনকালে মানুহবোৰে সিহঁতক বিচাৰি আহিব বুলি সি আশা কৰা নাছিল। শিতানৰ তলৰপৰা মিতদা খন ওলিয়াই লৈ সি যুদ্ধলৈ সাজু হ'ল। জীৱনত কোনোটো সময়ত কি বস্তুৰ দৰকাৰ, কোনেও কব নোৱাৰে। বাহিৰৰপৰা কোনোবা এটাই বাহঁৰ দুৱাৰখনত প্ৰচণ্ড গোৰ এটা মাৰি দিলে। দুৱাৰখন ভাগি পৰিল। সাবিত্ৰী চকখাই সাৰ পাই উঠিল। ভয়ত তাইৰ গোটেই মুখখন ৰক্ত-শূন্য বিবৰ্ণ হৈ উঠিল। হি মানুহটোৱে দুৱাৰখন গোৰমাৰি ভাঙি দিছিল, সি আন কোনো নহয়, নন্দেশ্বৰ। নন্দেশ্বৰক দেখিয়েই গুলী খোৱা বাঘৰ দৰে কমল হিংস্ৰ হৈ উঠিল। মিতখন পোন কৰি লৈ সি নন্দেশ্বৰৰ ওপৰত জপিয়াই পৰিল। এটা ভয়াবহ আৰ্ত্তনাদ কৰি নন্দেশ্বৰ মাটিত বাগৰি পৰিল। তাৰ লগৰ মানুহবোৰে কমলক ধৰি বান্ধি পেলালে। দুই-এটাই তাক উত্তম-মধ্যম প্ৰহাৰ কৰিবলৈকো নেৰিলে। নন্দেশ্বৰৰ ভাগ্য ভাল, মিতখন তাৰ বুকুত নুসোমাই সোমাল বাউসীত। এটাই ধৰি তাক বহুৱাই দিলে। কলকলকৈ বৈ অহা তেজবোৰ দেখি কমল, নন্দেশ্বৰ উভয়ৰে এবাৰ দৃষ্টি বিনিময় হ'ল। দুটুকুৰা কঠিন শিল ঘহনা খাই তাৰ পৰা জুই-ফিৰিঙতিহে যেন বাহিৰ হ'ল।

অভিযান সাফল্যমণ্ডিত হোৱাৰ পাছত, কমল আৰু সাবিত্ৰীক লৈ মানুহ জাক ঘৰলৈ ঘুৰিল।

* * * *

ঘৰলৈ এদিন ঘুৰি যাব কমল, ঘৰলৈ এদিন ঘূৰি যাব সি। জেলৰ কঠিন দেৱালখনত স্বপ্নাবিষ্টৰ দৰে এনেয়ে এবাৰ সি হাত বুলাই চালে। তিনি বছৰ সশ্ৰম কাৰাদণ্ডৰ মাত্ৰ তিনিটা দিন পাৰ হৈ গৈছে। আৰু কিমানদিন বাকী ? বাকী আছে আৰু তিনি বছৰ। অনন্তকাল। তিনি বছৰ······অনন্ত কাল। সাবিত্ৰী নামে কোনোবা এজনী ছোৱালীক সি ভাল পাইছিল ; ভাল পাইছিল মানে, সি দেখা সকলো ছোৱালীৰ ভিতৰত সাবিত্ৰী নামে এজনী বিশেষ ছোৱালীৰ মুখৰ বিশেষ গঢ়টো, বুকুৰ উঠন খিনি আৰু মাংসল উৰুৰ গভীৰ ভাজটো তাৰ বৰকৈ চকুত লাগিছিল। সেই ছোৱালী জনীৰ অবিহনে তাৰ গোটেই জীৱনটো মৰুভূমি হৈ যাব বুলি সি ভাবিছিল। তায়ো এদিন তাক কৈছিল, তাক বিয়া কৰিবলৈ নেপালে তাই চিপজৰী লগাই মৰিব। বিচাৰকৰ প্ৰশ্নৰ উত্তৰত সেই ছোৱালীজনীয়ে কলে, কমলে তাইক জোৰকৈ পলুৱাই নিছিল। তাইৰ ওপৰত সি পাশবিক অত্যাচাৰ কৰিছিল। তাইক হয়তো তেনেদৰে কবলৈ বাধ্য কৰা হৈছিল তাইৰ ওপৰত কঠিন অত্যাচাৰ কৰি। মৰিবলৈ আগবঢ়া ছোৱালীজনীয়ে দেহৰ ওপৰত সেইখিনি অত্যাচাৰ সহ্য কৰিব নোৱাৰিলে। মৃত্যু সহজ ; ঈশ্বৰৰ পৃথিবীত মৰাটোৱেই আটাইতকৈ সহজ কাম। জীবনৰ মহত্তম অভিজ্ঞতা হ'ল দুখক



সহজে বৰণ কৰি লব পৰাটো ;—দুখ—যি মহৎ। জেলৰ দুৰ্গন্ধ বতাহখিনি দীঘলকৈ নিশ্বাস লৈ সি বুকুৰ ভিতৰলৈ ভৰাই ললে। যিমান পৰ তুমি উশাহ লৈ আছা, সিমানপৰ তুমি অনুভব কৰিছা যে তুমি জীয়াই আছা। আৰু জীয়াই থাকা মানে তুমি অনুভব কৰিছা যে অকল বতাহ খায়েই তুমি জীয়াই থাকিব নোৱাৰা। জীয়াই থাকিবৰ কাৰণে আহাৰ লাগে, আহাৰ আৰ্জন কৰিবৰ কাৰণে তুমি জীয়াই আছা আৰু জীয়াই থাকিবৰ কাৰণে আহাৰ খাইছা। সেই বৃত্তৰ বাহিৰত একো নাই, অকল অন্ধকাৰ। বৃত্তৰ ভিতৰত একো নাই, অকল অন্ধকাৰ। তুমি মাটি কৰ্ষণ কৰিছা আহাৰৰ কাৰণে, যি আহাৰৰ কাম হ'ল তোমাক জীয়াই ৰখা। জিভাক যদি সি তৃপ্তি দিয়ে, সেইটো তাৰ ওপৰোৱা লাভ, মূল লক্ষ্য নহয়। নাৰী-দেহ তুমি কৰ্ষণ কৰিছা সন্তানৰ কাৰণে। যদি সি ইন্দ্ৰিয়ক তৃপ্তি দিয়ে, সেইটোও তাৰ ওপৰোৱা লাভ। যি কোনো সাৰুৱা মাইকীয়েই সন্তান-লাভৰ কাৰণে কৰ্ষণৰ উপযোগী। তোমাৰ দুৰ্বলতাৰ সুযোগ লৈ বিশেষ ধৰণেৰে গঢ় লৈ উঠা এটা মানসিক বোধৰ পৰিতৃপ্তিৰ কাৰণে, এজনী বিশেষ মাইকীক লাভ কৰিবলৈ গৈ ইমান-খিনি শক্তিৰ অপচয় কৰা পাপ। প্ৰেম এটা আত্মক্ষয়ী ভাব-বিলাস। স্ব-মৈথনৰ দৰে, প্ৰেমো জীৱনৰ এটা বিৰাট অপচয়। প্ৰেম পাপ। প্ৰেম দুৰ্বলৰ।

টোপনিৰ কোলাত কমল ঢলি পৰিল, জেলখানাৰ অন্ধকাৰ খুপৰিটোত। টোপনিত ঢলি পৰিল সাবিত্ৰী, নন্দেশ্বৰৰ

বাহুবন্ধনৰ মাজত। জেলখানাৰ ঘন্টিৰ শব্দত কমলে সাৰ পালে। সাবিত্ৰী সাৰ পাই উঠিল তাইৰ মানুহটোৰ কঠিন আলিংগনত। সেই মানুহটো কমল হব পাৰিলেহেঁতেন। হ'ল নন্দেশ্বৰ। যত্ন-মধু-হৰি যি কোনো এটা হোৱাহেঁতেনো ঈশ্বৰৰ বিশাল পৃথিবীত বিশেষ একো পাৰ্থক্য নহ'লহেঁতেন। নন্দেশ্বৰে তাইৰ ককালত হাতখন থলে। সি তাইৰ প্ৰেমিক নহয়, কিন্তু তাইৰ হব-খোজা সন্তানৰ বাপেক। তাই তাৰ কাষ চাপি আহিল। ইমান কাষ চাপি আহিল যে তাক আৰু কোনো মাপ-কাঠিৰে জোখা নেযায়। বস্তু-নিৰপেক্ষ, নিৰ্বিশেষ সেই জীৱন-গ্ৰন্থি।

কয়েদী জীৱনৰ আৰু কিমান দিন বাকী? তিনি বছৰ। অনন্ত কাল। অনন্ত কাল, কাৰণ জেলৰ পৰা কমল যেতিয়া ওলাই আহিল, তাৰ অনুভৱ হ'ল, গোটেই পৃথিবীখনেই যেন এখন বিৰাট জেল-খানা। কোনো আলংকাৰিক অৰ্থত নহয়, প্ৰকৃত অৰ্থতেই। পৰিপূৰ্ণ সুখৰ ব্যাপ্তিৰ মাজত আত্মাই মুক্তি লাভ কৰে। যি মানুহ অসুখী, (স্থুল আৰু ইন্দ্ৰিয়গত অৰ্থত), সি নিজৰ বিপথগামী চিন্তাৰ ঘূৰ্ণিপাকৰ মাজত সদায় বন্দী হৈ কটায়।

আঘোণমাহৰ কোনোবা এটা গ'ধুলিত, ফাটেকৰ পৰা মুকলি হৈ কমল গাৱঁলৈ আহিল। বাটতে দেখা হ'ল সাবিত্ৰীৰ লগত। পথাৰৰ পৰা তাই ঘৰলৈ ঘূৰিছিল। বোকোচাত এটা ল'ৰা। বোধ হয় পেটতো এটা। সাবিত্ৰীক দূৰতে দেখিয়েই কমলে ৰাস্তাৰ পৰা নামি পথাৰেদি পোন



বাট ললে। সাবিত্ৰী তেন্তে খুব সুখী? ল'ৰাৰ মাক তাই, প্ৰাণ-শক্তিৰে উচ্ছল, দৃপ্ত, গৰবিনী। তাইৰ স্ফীত জঠৰত সি দেখা পালে নন্দেশ্বৰক, দেখা পালে নতুন প্ৰাণ-প্ৰতিস্থাৰ পবিত্ৰ আয়োজন, য'ত হোতা সি নহয়, অন্য কোনোবা, অন্য কোনোবা। নিয়ৰত সেমেকা নৰাবোৰ ভাঙি ভাঙি কনা-মুনাকৈ সি আগ বাঢ়িবলৈ ধৰিলে। সাবিত্ৰী বা নন্দেশ্বৰ কাৰো প্ৰতি আজি তাৰ ঈৰ্ষা নাই, ঈৰ্ষা মাত্ৰ সিহঁতৰ সুখৰ প্ৰতি। সি সকলো ফালে বঞ্চিত আৰু সিহঁত পৰিপূৰ্ণ ভাবে সুখী। সি সিহঁতৰ সুখৰ সংসাৰত জুই জ্বলাব। তাৰ জীৱনৰ শ্ৰেষ্ঠ সময়ছোৱা যেনেকৈ নষ্ট হৈ গ'ল, সিহঁতৰ ভবিষ্যতো সি সেইদৰে নষ্ট কৰি দিব। ৰাতি সিহঁতৰ ঘৰত সি জুই লগাই দিব, মাখন বেজিনীৰ পৰা দৰব আনি সি সাবিত্ৰীক সন্তান ধাৰণ কৰিব নোৱাৰা কৰিব, অথবা,—অথবা—(জেল, মৃত্যু, অপমান একোলৈকে ভয় নাই যেতিয়া) সি সাবিত্ৰীৰ ইজ্জৎ হানি কৰিবও পাৰে। পথাৰৰ মূৰ পাই সি ৰাস্তালৈ এবাৰ ঘূৰি চালে। ধান কাটি লৈ যোৱাৰ পাছত পথাৰত পৰি আছে অকল শুকান নৰাবোৰ—জীৱনৰ ৰিক্ততাৰ প্ৰতীক—দিগন্ত-ব্যাপী অন্ধকাৰ, তৰা-ভৰা আকাশ, অন্ধ বিস্তৃতি, মৃত্যু, অবক্ষয়, অপচয়।

ৰাস্তাত উঠিও সাবিত্ৰীহঁতৰ ঘৰৰ আগেৰেই কমলৰ ঘৰলৈ যাব লাগে। উপায় নাই। চকু-কাণ মুদি সেই দুখৰ বাট সি আগ বাঢ়িবলৈ ধৰিলে। এনেতে হঠাতে সাবিত্ৰীহঁতৰ ঘৰৰ পৰা মাইকী মানুহৰ কান্দোনৰ বীভৎস শব্দ এটা তাৰ

কাণত পৰিলহি। সি থমক খাই বৈ গ'ল। হয়, সাবিত্ৰীয়েই কান্দিছে। এই মাত্ৰ পথাৰৰ পৰা আহি পাইছিলহে তাই। হঠাতে কি হ'ল? চোতালতে বহি লৈ বুকু চপৰিয়াই চপৰিয়াই সাবিত্ৰীয়ে বুকু ফটা কান্দোন জুৰি দিছে। কমলে বিমূঢ়ৰ দৰে কিবা এটা ভাবিবলৈ চেষ্টা কৰোতেই, তাৰ কাষেদি পাৰ হৈ যোৱা দুজনী মাইকী মানুহক সি কোৱা-মেলা কৰা শুনিবলৈ পালে:

—'এনেকৈ গৰু মৰিওৱা দি মাৰিলেনো মানুহজনী আৰু কেইকাল বাই খাব পাৰিব। মানুহৰ দেহাহে।'

—'তাকেতো কৈছো কথীৰ মাক, এনেকৈ জীয়াই জীয়াই ললাট ভোগাতকৈ এদিন নিজৰ হাততে শেষ হৈ থকাই ভাল। যদুৰ মাইকীকে নেদেখিলা, তিনিটাকৈ ল'ৰা-ছোৱালীৰ মায়া এৰি কেনেকৈ আপোন-ঘাতী হ'ল।'

—'এৰোঁ তেনেকুৱা কিবা এটা নকৰাকৈ নেথাকে। চাই থাকিবা, তোমাক কলো বিচিত্ৰীৰ মাক।'

হুঁ? এই দশা সাবিত্ৰীৰ? এক মুহূৰ্ত্তও নৰৈ কমলে বেগাবেগিকৈ খোজ ললে। কান্ধৰ পৰা গধুৰ বোজা এটা নোহোৱাৰ দৰে গোটেই গাটো পাতল লগা যেন সি অনুভব কৰিলে। সাবিত্ৰী, নন্দেশ্বৰ কোনো সুখী নাই হোৱা তেন্তে? কোন সুখী এই পৃথিবীত? তোমাক সুধিছো ঈশ্বৰ, কোন সুখী? যি সকলো পালে আৰু যি সকলো ফালে বঞ্চিত হ'ল, দুয়ো সমানে অসুখী। এই অনুভবটোৱেই কমলৰ মনলৈ এটা অনিৰ্বচনীয় সুখৰ অনুভূতি লৈ আহিল। কাৰো



প্ৰতি তাৰ অন্তৰত একো ঈৰ্ষা নাই আজি। সাবিত্ৰীক সুখত দেখাহেঁতেন গোটেই জীৱন সি ঈৰ্ষাৰ জুইত জ্বলি-পুৰি মৰিল-হেঁতেন। কিন্তু তাইৰ বহুতো দুখ। তাইৰ হৈ প্ৰাৰ্থনা কৰিবৰ মন গৈছে কমলৰ।······সাবিত্ৰীৰ কান্দোনৰ শব্দটো অস্পষ্ট হৈ হৈ যেতিয়া নিতাল মাৰিলে, কমলে কিবা এটা ভাবি ঘপহ কৰে বৈ গ'ল, ঘূৰি যাবলৈ মন গ'ল তাৰ, সাবিত্ৰীৰ ওচৰলৈ ঘূৰি যাবলৈ মন গ'ল; কিন্তু কি লাভ, নিজৰ মনকে সি প্ৰবোধ দিলে; সন্ধ্যাৰ আকাশৰ শুকতৰাৰ দৰে সুদূৰ সেই আশ্চৰ্য্য সৌন্দৰ্য্য, তাৰ জীবনৰ প্ৰথম নাৰী সাবিত্ৰী, নন্দেশ্বৰৰ মাইকী সাবিত্ৰী, নন্দেশ্বৰৰ সন্তানৰ জন্মদায়িনী সাবিত্ৰী, তেজেৰে ৰাঙলী হৈ চোতালত পৰি আছে, পেটত তাইৰ নন্দেশ্বৰৰ সন্তান, হৃদয়ত তাইৰ নন্দেশ্বৰৰ প্ৰতি পুঞ্জীভূত ঘৃণা, পৃথিবীৰ সকলো মানুহৰ প্ৰতিও, ঈশ্বৰৰ প্ৰতিও, হয়তো নিজৰ সন্তানৰ প্ৰতিও—কমলৰ ভাবিবলৈ মন গ'ল কিজানি তাৰ প্ৰতিও,—আৰু তাৰ ইচ্ছা হ'ল, সি কেতিয়াও ঘূৰি নেযায়, সি আগ বাঢ়ি যাব, কাকো ঘিণ নকৰি, ঈৰ্ষা নকৰি, ঈশ্বৰৰ পৃথিবীত কোনো ঈৰ্ষা বা ঘৃণাৰ যোগ্য নহয়;—তাৰ পাছত এখোজ এখোজকৈ সি আগবাঢ়ি গ'ল, পঢ়াশালীলৈ যাবলৈ মন নোহোৱা দুষ্ট ল'ৰাটোৰ দৰে, পৃথিবীৰ পঢ়াশালীত শিকিবলৈ কি আছে, তথাপি যাব লাগে, সি আগবাঢ়ি গ'ল, আৰু ঘৰৰ দুৱাৰ-মুখত ঠিয় হৈ মাত্ৰ লগালে—'আই।'

# এপিটাফ

৩১ ডিচেম্বৰ, ১৯৫২ চন। আজি মই চল্লিছ পাৰ হৈ একচল্লিছৰ দেওনাত ভৰি দিলোঁ। আধা আধি বুঢ়াই হলো বুলিৰ লাগে। গোটেই শৰীৰত অকাল বাৰ্দ্ধক্যৰ আচোঁৰ পৰিছে। চল্লিছ বছৰ! খুব দীঘল দিন, সন্দেহ নাই। জাগতিক বিচাৰৰ মাপকাঠিত মই আজি জীৱন যুদ্ধত পৰাজিত, ব্যৰ্থ। কিন্তু মোৰ নিজৰ ধাৰণা,—পিতৃ-মাতৃ, বন্ধু-বান্ধৱ আত্মীয়-স্বজনহীন অনাথ অৱস্থা, অনাহাৰ, বেকাৰী, আৰু সৰ্ব্বশেষত দুৰাৰোগ্য ব্যাধি,—ইমান বোৰ প্ৰতিকূল অৱস্থাৰ বিপক্ষে যুঁজ কৰি মই যে সুদীৰ্ঘ চল্লিছটা বছৰ প্ৰাণটো লৈ জীয়াই আছোঁ, সেয়ে মোৰ পক্ষে আটাইতকৈ ডাঙৰ জয়।

অকল জীয়াই থকাটোৱেই মোৰ কাৰণে এটা অতি ৰোমাঞ্চকৰ অভিজ্ঞতা। কিন্তু মোৰ জীৱনত তাতোকৈ ডাঙৰ ৰোমাঞ্চ আছিল। যোৱা দহটা বছৰ, মই কেৱল আত্মহত্যাৰ উপায় আৰু অনুকূল মানসিক দৃঢ়তা বিচাৰি অতিবাহিত কৰিছোঁ। দহটা বছৰ মৃত্যুৰ পাছে পাছে খেদি ফুৰা, সি যে কেনে এটা অপূৰ্ব্ব ৰোমাঞ্চকৰ অভিজ্ঞতা, তাক বৰ্ণাবলৈ মোৰ ভাষা নাই। কিন্তু এয়ে শেষ। আজি ৰাতি বাৰ বজাৰ



আগেয়েই মোৰ সেই বিচিত্ৰ অভিযানৰ ওৰ পৰিব। সুদীৰ্ঘ কালৰ মানসিক অন্তৰ্দ্বন্দত ক্ষত-বিক্ষত হোৱাৰ পাছত মই আত্মহত্যা কৰাই ঠিক কৰিলোঁ, আৰু সকলোৰে জ্ঞাতাৰ্থে স্ব-ইচ্ছাই এই চিঠি লিখি থৈ গলোঁ।

ঈশ্বৰক ধন্যবাদ, বিয়া-বাৰু কৰাই জীৱনৰ ঘানি টানিবলৈ এগড়াল পশু মোৰ পাছত ৰাখি যোৱাৰ দুৰ্মতি মোৰ কোনো দিনাই হোৱা নাছিল। সেয়েহে আজি মই নিশ্চিন্ত মনে, কাৰো প্ৰতি কোনো দায়িত্বৰ বন্ধন নোহোৱাকৈ সাৰিবলৈ সাজু হব পাৰিছোঁ। সঁচাকৈয়ে এই বিশাল জগতখনত কাৰো লগত মোৰ অকণো সম্বন্ধ নাই; মই বিচ্ছিন্ন, একক, নিঃসংগ। এই চিন্তাটোৱেই মোক এটা বে-পৰোৱা আনন্দ দিয়ে। কিন্তু আজি, এহাতে 'মাৰকিউৰিক ক্ল'ৰাইউৰ বটল, আন হাতে কলম, আৰু বুকুত যক্ষ্মাই খাই শেষ কৰা কলিজাৰ ঘৰ্ঘৰ আৱাজটো লৈ মই বাৰে বাৰে এই কথাই ভাবিছোঁ,— জীৱনটো লৈ সঁচাকৈয়ে মই জুৱা খেলিলোঁ নেকি? হয়তো মই নিজকে ফাঁকি দিলোঁ; অকল মোকে কিয়, গোটেই জগত খনাক মই ফাঁকি দিলোঁ। অস্পষ্টকৈ হলেও, মোৰ চকুৰ আগত ভাঁহি উঠিছে এখন ছবি। কালিলৈ বাতৰি কাকতৰ পৃষ্ঠাই পৃষ্ঠাই ডাঙৰ ডাঙৰ আখৰেৰে ছপা হৈ ওলাব এই খবৰ: বিখ্যাত কবি আৰু শিল্পী গৌতম বৰুৱাই বিহ খাই আত্মহত্যা কৰিছে। সাময়িক পত্ৰিকাৰ দীঘল দীঘল স্তম্ভ ভৰাই মোৰ কাব্যৰ, মোৰ শিল্প-কৰ্ম্ম আৰু জীৱন-দৰ্শনৰ উচ্ছ্বসিত আলোচনা

বাহিৰ কৰিব, কাগজে কাগজে পুনৰ্মুদ্ৰিত হব মোৰ 'ছেল্‌ফ্-প'ৰট্ৰেইট্'। কিন্তু সংসাৰৰ কেইটা মানুহে গম পাব যে 'মেঘালী'ৰ কাৰণে এক ডজন কবিতা'ৰ কবি বা 'ডিটু-ফেচেড্ ওম্যান'ৰ শিল্পী গৌতম বৰুৱাৰ চিন্তাৰ লগত—কামৰ মিল নাছিল; অনধিক পাঁচজনী ছোৱালীৰ লগত প্ৰেমত পৰি এজনীৰ লগতো সি ঘৰ কৰিব নোৱাৰিলে, আৰু অন্তৰে অন্তৰে স্নেহৰ কাঙালি হৈয়ো কিয় সি নিজকে সমাজ-বিচ্ছিন্ন, নিঃসংগ, চিনিক্ হিচাবে কল্পনা কৰি ভাল পায়। অকল নিজকে নহয়, জগত খনকো অতি নিৰ্লজ্জ ভাবে মই ফাঁকি দিলোঁ।

কিন্তু তাৰ বাবে মোৰ মনত কোনো অপৰাধ বোধ নাই। কিবা এটা বুদ্ধি-অতিক্ৰান্ত চেতনাৰ সহায়েৰে মই পৃথিবীৰ সকলো কবি-শিল্পীৰ লগতে আত্মীয়তা অনুভব কৰোঁ, তেওঁ-লোকৰ মনৰ কথা মই বুজি পাওঁ। মই জানো যে প্ৰায়বোৰ লিখকৰ জীৱনতে এই পেৰাডক্স্ বৰ্ত্তমান। জীৱন আৰু জগতৰ মূল কথাটোৱেই হ'ল এটা বিৰাট বঞ্চনা, ফাঁকি। (মোৰ কথা বোৰ হয়তো এটা হতভগা সংশয়বাদীৰ প্ৰলাপোক্তিৰ দৰে শুনাইছে। কিন্তু সংসাৰত মোৰ দৰে মানুহৰ সংখ্যাই যে বেছি।)

বাৰ বাজিবলৈ আৰু মাত্ৰ ৪৫ মিনিট বাকী। বেৰত ওলমি থকা ঘড়ী-টোৰ বিভৎস টক্ টক্ শব্দই মোৰ বুকুত এটা দুঃসহ স্পন্দন তুলিছে। উঠি গৈ পেণ্ডুলামটোত খামোচ মাৰি ধৰিলোঁগৈ। বচ্—সময় স্তব্ধ হৈ গ'ল। মই আধা-অন্ধকাৰ



কোঠাটোৰ নিৰুত্তাপ সময়হীনতা খিনি মোৰ সমগ্ৰ সত্বাৰে অনুভৱ কৰিলোঁ। মনটো খুব পাতল লগা যেন অনুভৱ হ'ল। আজিৰ পৰা মই আৰু 'মই' নহয়; আজিৰ পৰা মই ঋণমুক্ত।

I am tired of my own life and the lives
of those after me.
I am dying in my own death and the deaths
of those after me.

মৰিবঁ যে লাগিব, তাত কোনো সন্দেহ নাই। তেন্তে জীৱনৰ মিয়াদ আৰু কেই মুহূৰ্ত্তমান বঢ়াই দি লাভ কি? বিহৰ বটলটোলৈ বুলি হাতখন আগ বঢ়াই দিলোঁ। সময়ৰ এতিয়া আৰু কোনো পৰিমাণ নাই। মই যেন অনন্তৰ মাজত হাবু-ডাবু খাইছোঁ। এনেতে তড়িৎ স্পৰ্শৰ দৰে মনটো চক খাই উঠিল। চকুৰ আগত ভাঁহি উঠিল এখন শান্ত মুখ; এজুৰি স্নেহ-কোমল চকু। সেই মুখ মোৰ ডোৰাৰ।

যিমানেই ভাও নধৰো যে জীৱনৰ প্ৰতি মোৰ কোনো মোহ নাছিল, তথাপি এই চৰম মুহূৰ্ত্তত অতীত দিনৰ অজস্ৰ স্মৃতি আহি মোৰ মনত জুমুৰি দিছেহি। দেউতাৰ কথা মনত নপৰে, মই ওপজাৰ এমাহ মানৰ পাছতেই দেউতাই চকু মুদিছিল। মোৰ ষোল বছৰ মান বয়সলৈকে আইতাৰ সান্নিধ্য মই পাইছিলোঁ। আইতাৰ একমাত্ৰ ল'ৰা মই, মোৰ শৈশৱ

আৰু কৈশোৰৰ সেই আশ্চৰ্য্য দিন বোৰ কি অসীম স্নেহেৰে আইতাই প্লাৱিত কৰি ৰাখিছিল, সেইকথা ভাবিলে আজিও মোৰ ভয় লাগে। ভয়! মৃত্যুৰ দৰে ক্লান্ত, দুঃসহ, আত্মাহীন সেই প্ৰেম। সকলো সময়তে মোৰ দেহ-মন, মোৰ আত্মা, মোৰ সমগ্ৰ সত্বাক আচ্ছন্ন কৰি থকা আইতাৰ উপস্থিতি মই অনুভব কৰোঁ। আইতা যেতিয়া মৰিল মই ডাঙৰ হলোঁ; মোৰ সংস্পৰ্শলৈ অহা প্ৰত্যেক তিৰোতাৰ অন্তৰতে বিচাৰিবলৈ ধৰিলোঁ মোৰ আইতাৰ প্ৰতিমূৰ্ত্তি। দীপালী, বিভা, জাহানাৰা, ৰেবেকা, মাধুৰী···জগতৰ প্ৰত্যেক জনী নাৰীৰ মাজতে মই ঘূৰাই পাব খুজিছিলোঁ মোৰ আইতাক। কিন্তু মোৰ সেই উন্মাদ বাসনা চিৰদিন অতৃপ্ত হৈ ৰ'ল।

বিভা, ৰেবেকাহঁতৰ কথা পাহাৰিয়েই গৈছোঁ। দীপালীৰ কথা মনত পৰিলে আজিও অলপ দুখ লাগে। কিন্তু সেই বোৰ কথা এতিয়া যাওক, কবৰৰ গাঁতত এখন ভৰি সোমাই থৈ প্ৰেমৰ স্মৃতি ৰোমন্থন কৰাৰ একো অৰ্থ নাই। তদুপৰি ছোৱালীৰ লগত প্ৰেমৰ সম্পৰ্কৰ বাহি হোৱা ইতিহাস নাইবা যুগ্ম ৰাত্ৰি-যাপনৰ বীভৎস কাহিনী হৈ-চৈ কৰি প্ৰচাৰ কৰাটো মই উৎকট স্নবেৰি বুলিয়েই ভাবোঁ।

খন্তেকতে সমগ্ৰ অতীতটো মোৰ চকুৰ আগত ভাঁহি উঠিল। নাই, কতো একো আকৰ্ষণ নাই। মোৰ মৃত্যুক এটুপি চকুৰ পানীৰে অভিসিক্ত কৰিবলৈ কোনোৱেই নাই। কিন্তু ডোৰা? ডোৰা মোৰ খুব আপোন বুলিয়েই হয়তো



অতপৰে তাইৰ কথা পাহৰি আছিলোঁ। মোৰ ভৰিৰ ওচৰতে কোচ-মোচ খাই শুই থকা ডোৰাৰ কোমল নিঃশ্বাসটো এটা পৰম আশ্বাসৰ দৰে মোৰ কাণত পৰিলহি। জীৱনৰ প্ৰতি, জীয়াই থকাৰ প্ৰতি এটা দুৰ্বোধ্য মোহ আকৌ মই অনুভৱ কৰিলোঁ।

সান্ত্বনাৰ কথা এয়ে যে, মোৰ ডোৰা কোনো ছোৱালী নহয়, তাই এজনী কুকুৰ মাত্ৰ। কোনো বংশ-কৌলীন্যও তাইৰ নাই। খুব বেছি, ৰবীন্দ্ৰ-কাব্যত অমৰ 'নেড়ী কুকুৰ'ৰ একে গোত্ৰ-সম্ভূতা বুলি তাই হয়তো দাবী কৰিব পাৰে।

ডোৰা—

মোৰ মাত শুনি তাই টেবুলৰ তলৰ পৰা ওলাই আহি মোৰ ওচৰত থকা টুলখনতে বহিল। বেচেৰি! তাই হয়তো নেজানে যে আৰু খন্তেক পাছতে তাইক মই চিৰদিনৰ কাৰণে এৰি যাম। দুয়ো দুয়োলৈকে চকুৰ পলক নেপেলোৱাকৈ চাই আছোঁ,—তাইৰ বুকুৰ কোমল স্পন্দন বোৰ মই স্পষ্টকৈ শুনিবলৈ পাইছোঁ। 'ডোৰা, তোৰ মনত পৰেনে, যোৱা বছৰ ঠিক এনেকুৱা দিনতে মই যেতিয়া দাৰুণ অৰ্থাভাৱত পৰি তিনিদিন লঘোণে কটাইছিলোঁ, তেতিয়া চাজ্জাদৰ পৰা চাৰি অনা পইচা ধাৰ কৰি মই নিজে একো নেখাই তোক মিঠাই কিনি খুৱাইছিলোঁ? তোৰ নিশ্চয় মনত আছে, কাৰণ পাহৰি যাবলৈ তইতো আৰু মানুহ নহয়! ঠিক এনেকুৱা ডিচেম্বৰ মাহৰ আশ্চৰ্য্য ঠাণ্ডা ৰাতি বোৰ, মোৰ মনটো

যেতিয়া হঠাতে উদাস হৈ উঠে, তোক যে গোটেই ৰাতি কবিতা পঢ়ি শুনোৱাওঁ, সেই কথা মনত আছে? মাই নাৰ্ভছ্ আৰ বেড টু-নাইট্। ইয়েছ, বেড। ষ্টে উইথ্ মি। …স্পীক্ টু মি। হোৱাই ডু ইয়ো নেভাৰ স্পীক্? স্পীক্! চুবুৰীৰ দুষ্ট ল'ৰাবোৰে এবাৰ শিলগুটি দলিয়াই তোৰ ভৰি এখন ভাঙি দিছিল। সেইবাৰ তই মোক পূৰা এমাহ হাবা-শাস্তি কৰিলি আৰু পইচাও জানো কম খৰচ কৰালি? …ডোৰা, তই মোলৈ তেনেকৈ নেচাবি। মোৰ খুব ভয় লাগে। ভয়!—বুজিছ?'

একেলগে বহুত কথা কৈ পেলালোঁ। খুব ক্লান্তি অনুভব কৰিছোঁ। নিৰ্বাক চাৱনিৰে ডোৰাই মোৰ কথাৰ উত্তৰ দিলে। মই তাইৰ ভাষা বুজি পাওঁ। ডোৰাৰ লগত মোৰ চিনাকিৰ প্ৰথম দিনটোৰ কথা মনত পৰিল। সেই দিনা সন্ধ্যাতে ভাত কেইটা ৰান্ধি থৈ ঘূৰি আহি খাম বুলি চিনেমা চাবলৈ ওলাই গলোঁ। ঘূৰি আহি পাক ঘৰত সোমাই দেখোঁ, কুকুৰ এজনীয়ে চকুতে মোৰ ভাত কেইটা খাই আছে। খঙে গৈ মূৰৰ চুলি পালেগৈ। তাইক মাৰিবলৈ বুলি প্ৰকাণ্ড খৰি এডোখৰ তুলি ললোঁ। বেচেৰিৰ পলাবলৈ আৰু কোনো পথ নাছিল। নিৰুপায় হৈ ক্ষোভ আৰু অপমানত চকু কেইটা মুদি তাই শুই দিলে। তাইৰ সেই অৱস্থাটোৰ ছবিখন মনত পৰিলে আজিও মোৰ মনৰ কোনোবা এটা কোন্ স্নেহেৰে আৰ্দ্ৰ হৈ উঠে। খৰি ডোখৰ দলি মাৰি দি, তাইক মূৰত



হাত বুলাই বুলাই মৰম কৰিলোঁ, আৰু বাকী থকা ভাত কেইটা খাবলৈ দিলোঁ।

ৰাতি গভীৰ হৈ আহিল। এইবাৰ মই মোৰ কাম শেষ কৰিব লাগিব। ফাঁচীৰ আচামীবোৰক বোলে মৃত্যুৰ ঠিক আগ মুহূৰ্ত্তত সিহঁতৰ শেষ ইচ্ছা পূৰণ কৰি লবলৈ দিয়া হয়। ময়ো জীৱনত শেষ বাৰৰ নিমিত্তে খাই লওঁ বুলি এটা ছিগাৰেট জ্বলাই ললোঁ। চকু কেইটা মুদি লৈ পৰম তৃপ্তিতে বুকুলৈকে ধোৱাঁবোৰ টানি ললোঁ। আঃ কি আৰাম! ধূপৰ ধোৱাঁৰ দৰে, ছিগাৰেটৰ নীলাভ ধোৱাঁবোৰে কুণ্ডলী পকাই লাহে লাহে ওপৰলৈ উৰি গৈছে; যেন নৈঃশব্দৰ নিবিড় স্তৱ-গান। ঠিক সেই ফালে চাই চাই মোৰ মনটো প্ৰসন্ন তৃপ্তিৰে ভৰি পৰিল। মনে মনে গুণ-গুণকৈ গালোঁ: Sing unto the Lord a new song; for He hath done marvellous things...........

হঠাতে ডোৰাৰ এটা অস্পষ্ট গোঙনি কানত পৰি মোৰ ধ্যান ভাগি গ'ল। তাইৰ নিশ্চয় ভোক লাগিছে। পাহৰিয়েই গৈছিলোঁ যে আজি গোটেই দিনটো তাইক একো খাবলৈ দিয়া হোৱা নাই।

কিন্তু……এই যে এঘন্টাৰ পাছতে মই মৰি যাম, মৰি ভূত হৈ যাম তাৰ পাছত ডোৰাৰ যতন লব কোনে? মই ভালকৈয়ে জানোঁ, মই নিজ হাতে নুখুৱালে তাই আনৰ হাতৰ পৰা কেতিয়াও একো নেখায়। নেখাই নেখাই মোৰ

ডোৰা মৰি যাব,……নহলেবা ডাষ্টবিনত পেলাই দিয়া এটুকুৰা শুকান হাড়ৰ কাৰণে তাই ফুট পাথৰ সেই ফাপৰে খোৱা কুকুৰ বোৰৰ লগত কামোৰা-কামুৰি কৰি মৰিব। নাই, নাই মই সেইটো কেতিয়াও হবলৈ দিব নোৱাৰোঁ। মোৰ সৰ্ব্বাঙ্গ কঁপি উঠিল সেই কুৎসিৎ সম্ভাৱনাৰ চিন্তাত।

হাতৰ ছিগাৰেটটো পুৰি ছাই হৈ গ'ল। অন্যমনস্ক ভাৱেই আৰু এটা ছিগাৰেট জ্বলাই ললোঁ।

সঁচাকৈয়ে, আত্মাৰ মুখামুখি হোৱা এই ক্ষণ-বোৰত জীৱনটো কিমান সৰল যেন বোধ হয়! মই পাহৰি গৈছোঁ যে ডোৰা মানুহ নহয়, কুকুৰ। কিন্তু মোৰ সত্বাত এই অনুভৱ স্পষ্টতৰ হৈ আহিছে যে ডোৰা মানুহো নহয়, কুকুৰো নহয়,—তায়ো সেই অনাদি প্ৰাণৰে প্ৰকাশ মাত্ৰ।

কিন্তু তত্বকথা এতিয়া যাওক।

ডিঙিৰ ফিটাডালত ধৰি ডোৰাক মোৰ কোলালৈ টানি আনিলোঁ। চকু কেইটা মুদি তাই কি এটা যেন ভাবিছে। তাই বাৰু বুজি পাইছে নেকি মোৰ কথাবোৰ? দূৰৰ গীৰ্জাটোৰ পৰা ঢং ঢং কৈ বাৰ বজাৰ শব্দ ভাহি আহিল। আৰু পলম কৰিব নোৱাৰি। বিহৰ বটলটো হাতত লৈ আধাখিনি বিহ ডোৰাৰ মুখত বাকী দিলোঁ। অলপ পৰৰ পাছতে এটা অস্পষ্ট গোঙনি তুলি তাই মোৰ কোলাতে ঢলি পৰিল।

বচ্—সকলো শেষ!

কালিলৈ ১৯৫৩ চন, পহিলা জানুৱাৰী। নৱবৰ্ষৰ প্ৰথম



দিন। কিন্তু মোৰ জীৱনলৈ আৰু কেতিয়াও নৱবৰ্ষৰ প্ৰথম দিন ঘুৰি নাহে। আজি ডায়েৰিৰ যি পাতটো লিখি শেষ কৰিলোঁ, তাৰ পাছত আৰু লিখিবলৈ পাত নাই। কিবা এটা অজান আৱিষ্কাৰৰ নিচাত মোৰ আত্মা অধীৰ হৈ উঠিছে। ডোৰাৰ গাত হাত দি চালোঁ। অলপ আগতে তাইৰ গাত যি উত্তাপ আছিল, স্পন্দন আছিল, এতিয়া সি ক'ত?

……বিহৰ বটলটো তুলি ললোঁ। মোৰ হাতৰ মুঠিটো শিথিল হৈ পৰিছে; দেহৰ প্ৰতি অণু-পৰমাণু, মোৰ আত্মা, মোৰ সমগ্ৰ সত্বা যেন ঠৰ ঠৰকৈ কঁপি উঠিছে, মোৰ খুব ভয় লাগিছে। ভ-য়!

---

# অক্টোপাচ্

লোহাৰ পতিৰ কদৰ্য্য গলি এটাৰ কাষৰ ততোধিক কদৰ্য্য ঘৰ এটাত বহি ৰুদ্ধ নিঃশ্বাসেৰে পুলিচলৈ আপেক্ষা কৰিছোঁ। টক্ টক্ শব্দ কৰি মিনিটৰ কাটাডাল বাৰৰ বুকুলৈ আগবাঢ়িছে। আত্মাৰ বন্ধ্যা প্ৰান্তৰত সময়ৰ অস্থিৰ পদচাৰণাৰ শব্দ। অলপ পাছতে, কেইজোৰামান বুট জোতা খতপ্ খতপ্ শব্দ কৰি চিড়িয়েদি ওপৰলৈ উঠি আহিব। তাৰ লোহাৰ খুড়াৰ তলত নিস্পিষ্ট হৈ যাব ৰাতিৰ মৃত্যু-ম্লান মৌন। মানবীয় সৌন্দৰ্য্য-বোধ আৰু শুভ বুদ্ধিৰ উদ্যত খড়্গ আহি দুৱাৰত আঘাত কৰিবহি। দুৱাৰ খোলা। 'আই চুদ্ বি গ্ৰেড্ অৱ আনাডাৰ ডেথ।'

খোলা খিৰিকি খনেদি বাহিৰৰ এন্ধাৰ বোৰলৈ চাই চাই ববটোৱে কিবা এটা ভাবিছে। মুখৰ জ্বলন্ত ছিগাৰেটটোৰ নীলাভ ধোঁৱাই তাৰ কুৎসিৎ মুখ খনৰ কেওকাষ ঘেৰি কিবা এক ৰহস্যৰ মায়াজাল সৃষ্টি কৰিছে। জীৱনত মাজে-সময়ে এনে একোটা মুহূৰ্ত্ত আহে, যেতিয়া মনটোৱে সংসাৰৰ সকলো পৰিচিত বন্ধনৰ পৰা ছুটি বিচাৰে। ববৰ তন্ময় দৃষ্টিত সেই নিঃসংগ সুদূৰতাৰ আভাস। আজি হঠাতে হয়তো সি শুনি পাইছে জীৱনৰ অজ্ঞাত ৰহস্যৰ দূৰাগত আহ্বান। হব পাৰে, হব পাৰে, এইবোৰ মোৰ খেয়ালী মনৰ কল্পনা মাত্ৰ। কোনে কব পাৰে, ঠিক এই মুহূৰ্ত্তত সি মোৰ বিৰুদ্ধেই কিবা দুৰভিসন্ধি কল্পনা কৰা নাই বুলি ?



কোঠাটোত আমি মাত্ৰ দুটা প্ৰাণী। বব ওৰফে জন স্মিথ আৰু মই। আৰু এটা বীভৎস প্ৰাণ-হীন নাৰী দেহ। হাতুৰীৰ প্ৰচণ্ড আঘাতত মূৰটো দুফাল হৈ ফাটি গৈছে। সৰ্বাংগ তেজেৰে লুটুৰি পুতুৰি। নাকটো বিকৃত হৈ ফুলি উঠা স্বত্বেও গোটেই মুখখনতে এটা ৰহস্যময় সৌন্দৰ্য্যৰ আভাস। সেই সৌন্দৰ্য্যই কাকো পোনে পোনে আহ্বান নকৰে, কিন্তু সি মনৰ মাজত তিল তিলকৈ বিষৰ দৰে ক্ৰিয়া কৰে।

হঠাকে দুৱাৰখন মেল খোৱাৰ দৰে এটা শব্দ হ'ল। কিন্তু বব নিৰ্বিকাৰ। মোৰ উত্তেজনা দেখি সি বিষণ্ণ হাঁহি মাৰিলে। বীষ্ট্! মই মুখখন ঘূৰাই তাৰ ফালে পিঠি দি বহিলো।

এইবাৰ সি অট্টহাস্য কৰি উঠিল। তাৰ আচৰণ দেখি মোৰ মূৰ ঘূৰি যাবৰ উপক্ৰম। খণ্ডত একো নাই হৈ মই যাবলৈকে বুলি ঠিয় হ'লো। দুৱাৰখন খুলিবলৈ হাত মেলোতেই সি পাছফালৰ পৰা চিঞৰি উঠিল, গৌতম। তাৰ পাচত সি গান এটা গাবলৈ আৰম্ভ কৰি দিলে।

আই গ' টুডা জাজ্মেণ্ট্ ইন্ ডা ইভ্নিন্ অৱডা ডে'  
হোৱেন আই লে' ডিছ্ বডি ডাউন্  
এন্ মাই চ'ল্ এণ্ড ইয়োৰ চ'ল্ উইল্ মিট্ ইন্ ডা ডে  
হোৱেন আই লে' ডিছ্ বডি ডাউন্

মোৰ ইচ্ছাতকৈয়ো দহ গুণে শক্তিশালী কিবা এটা অন্ধ অদৃশ্য শক্তিয়ে যেন মোক পাছফালৰ পৰা টানি ধৰিছে। তাক এৰাই যোৱাৰ শক্তি মোৰ নাই। অকল আজিয়ে কিয়, কোনোদিনেই মই পৰা নাই। বন্ধু-বান্ধৱে দিনে-ৰাতিয়ে মোক ববৰ সংস্রৱ ত্যাগ কৰিবলৈ পৰামৰ্শ দিছে। ময়ো জানো, সি এটা ভয়াবহ মানুহ। তিনিবাৰকৈ মানুহ খুন কৰি সি পুলিচৰ চকুত ধূলিদি সাৰিছে। জীৱনৰ কদৰ্য্যতম ফালটো লৈয়ে তাৰ এক মাত্ৰ কাৰবাৰ। তথাপি, যি বস্তুটোৱে মোক অহৰহ তাৰ ওচৰলৈ টানি নিয়ে, সি হ'ল তাৰ অপূৰ্ব্ব কণ্ঠৰ গান। সমুদ্ৰৰ গৰ্জ্জনৰ দৰে উদাত্ত, তাৰ গান শুনিলে মই নিজৰ মনৰ ওপৰতে সংযম হেৰুৱাই পেলাওঁ। সি যেন মোক জীৱনৰ এটা মহত্তৰ সম্ভাৱনাত বিশ্বাস কৰিবলৈ বাধ্য কৰি তোলে। মই কাগজৰ বিজ্ঞাপন আঁকা শিল্পী। জীৱন আৰু আৰ্টৰ মাজৰ সম্বন্ধৰ কথা ভাবি মই কোনো দিন মূৰ ঘমোৱা নাই। তথাপি ববৰ সংস্পৰ্শ লৈ আহি মই বাৰে বাৰে এটা কথা নিজকে প্ৰশ্ন কৰিছোঁ: জীৱন যেতিয়া ইমান কদৰ্য্য হয়, আৰ্টৰ মাজেদি তাৰ প্ৰকাশ এনে মহিমা-মণ্ডিত হব পাৰে কেনেকৈ? ববক মই মানুহ হিচাবে অন্তৰৰ পৰাই ঘিণ কৰোঁ। কিন্তু তাৰ গানৰ মাজেদি মই যেতিয়া জীৱনৰ এটা নতুন অৰ্থ বিচাৰি পাওঁ, মোৰ আত্মাৰ নিঃসংগ গভীৰত অনুভৱ কৰো মৃত্যুৰ আকুতি,—তেতিয়া আৰু সি মোৰ কাৰণে তেজ মাংসৰ মানুহ হৈ নেথাকে। তাৰ সমগ্ৰ সত্তাটো মোৰ কাৰণে হৈ উঠে 'পল



গঁগা' অংকিত প্ৰতিকৃতি এখনৰ দৰে মানৱাত্মাৰ নিৰাভৰণ প্ৰকাশ যাৰ সন্মুখত মোৰ নিজকে খুব ভীত আৰু আতংকিত যেন বোধ হয়।

ববৰ লগত মোৰ বন্ধুত্বৰ কাহিনীটো সমসাময়িক ইতিহাসৰ এটা ৰহস্যময় কেলেংকাৰী। প্ৰথম যেতিয়া চাৰে ছয় ফুট ওখ সেই দৈত্যাকাৰ নিগ্ৰোটোৰ লগত পিগ্‌মি চাইজৰ মোক ৰাস্তাত হাতত ধৰাধৰিকৈ ঘূৰি ফুৰা মানুহে দেখা পায়, আমাৰ বন্ধু-মহলত যথেষ্ট হৈ-চৈ লাগিবৰ কথাই। যুদ্ধৰ দিন হোৱা হ'লে কোনো কথা নাছিল। কিন্তু এতিয়া, এই ১৯৫০ চনত, মাটিফুটি ওলোৱাদি হঠাতে এই নিগ্ৰোটো ক'ৰ পৰা ওলালহি? আৰু তাতোকৈ ডাঙৰ কথা, তাৰ লগত গৌতমৰ—আমাৰ সেই 'আধা-পাগ্‌লা' গৌতম বৰুৱাৰ—ইমান গলাগলি হ'ল কেনেকৈ? ইত্যাদি হৰেক ৰকমৰ প্ৰশ্ন।······সেই দিনাৰ সেই বিস্ময়-বিস্ফাৰিত চকুবোৰ অভ্যস্ততাৰ ক্লান্তিত পুনৰ মুদ খাই আহিছে। এতিয়া ডিব্ৰুগড়ৰ প্ৰত্যেকেই জানে যে বব্ যুদ্ধৰ দিনত অসমলৈ অহা এটা নিগ্ৰো 'চোলজাৰ'। মিলিটাৰী আইনৰ কিবা মেৰ পেচত পৰি সি কামৰ পৰা খেদা খায়। তাৰ পাচত আৰু কিবা গুৰুতৰ অসামৰিক অপৰাধত তাৰ সাত বছৰ জেল হয়। জেলৰ পৰা ওলাই আহি সি দেখিলে, যুদ্ধ কেতিয়াবাই শেষ হৈ গৈছে। দেশলৈ ঘূৰি যোৱাৰ কোনো উপায় নাই। সি ইয়াতেই থাকি গ'ল। সৌভাগ্য-ক্ৰমে বন্ধু-বান্ধৱৰ চেষ্টাত সি খুব সোনকালে ফীনিক্‌চ্ মটৰ

ৱাৰ্কছত মটৰ মেকানিকৰ কাম এটাও যোগাৰ কৰি ললে। লগতে যোগাৰ কৰি ললে এদল অঘৰী বন্ধু। ৰাণা, আমজাদ, ইদ্রিচ্, ভিক্টৰ···আৰু মই···আচৰিত,···ময়ো তাৰ বন্ধু। সিও এক বিচিত্র জগত। আমাৰ দলৰ সৰহ ভাগেই মাতাল, খুনী, ডকাইত। আমি যেন আটাইবোৰ 'অনুর্বৰা কালৰ প্রান্তৰ নিস্ফলা ক্যাক্টাচ্,' আমাৰ সন্মুখত কোনো ভবিষ্যত নাই। ববৰ লগত পৰি কোনো কাম কৰিবলৈকে মই বাকী নেৰাখিলোঁ। জীৱনৰ শুকান অস্থি-পঞ্জৰৰ পৰা চেপি-খুন্দি আনন্দ আহৰণ কৰাটোৰেই তাৰ একমাত্র কাম্য। কিন্তু যি আনন্দ ববে তাৰ আদিম বৰ্বৰৰ প্রাণ-পিপাসাৰ জোৰত সহজেই লাভ কৰিব পাৰে, মই মোৰ হেজাৰ বছৰীয়া সংস্কাৰ আৰু ঐতিহ্যৰ ভাৰত ন্যুব্জ-পৃষ্ঠ মনলৈ তাক পাবলৈ যাওঁতে বাৰে বাৰে উজুতি খাওঁ। ববৰ লগত সমানে পাল্লা দি চলিবৰ কাৰণে আমাৰ বাকীবোৰৰ মাজত তীব্র প্রতিযোগিতা হয়। কিন্তু, এক মাত্র মদ খোৱাৰ বাহিৰে আন কোনেও মোক একোতে বলে নোৱাৰে। আনকি ভিক্টৰেও—যি, জীৱনৰ আধাতকৈয়ো বেছি কাল অতিবাহিত কৰিছে জেল গৰাদৰ ভিতৰত। মোৰ এই অসামান্য কৃতিত্বৰ বিনিময়ত মই লাভ কৰিছো ববৰ বন্ধুত্ব—প্রায় একচেতিয়াকৈ। আন বোৰ তাৰ সঙ্গী মাত্র, বন্ধু অকল মই। ববে নিজেই সকলোৰে আগত কৈ ফুৰে: জীৱনত মোৰ তিনিটা বন্ধু আছে; বেশ্যা, বন্দুক, আৰু গৌতম।

সেই দিনা দেওবাৰ। ৰাতিপুৱা চাহ টোপা খাই কাগজখন



পঢ়ো বুলি মেলি লৈছোঁ। হঠাতে চকুত পৰিল এটা হত্যা-কাণ্ডৰ খবৰ। হত্যা কাণ্ডটো ঘটিছে ডিব্রুগড়তে, অথচ মই খবৰ পোৱা নাই। যাক হত্যা কৰা হ'ল, তাই হ'ল জালুকপাৰাৰ এজনী আধা-বয়সীয়া খাচিয়ানী। খবৰটো পঢ়ি মনে মনে খুব কৌতুহল অনুভৱ কৰিলো। সেইদৰে কাগজখন আগত লৈ নানা কথা ভাবি চিন্তামগ্ন হৈ থাকোতেই হঠাতে বব্ আহি ওলালহি।

—কি গৌতম! কিবা বেয়া খবৰ পালিনেকি? সি মোক সুধিলে।

তাক গোটেই কথাখিনি কলোঁ। সি একো নকৈ, মোৰ পৰা জুইবাঁহটো খুজি এটা আধা-খোৱা ছিগাৰেট জ্বলালে। তাৰ পাছত ছিগাৰেটৰ ধোঁৱা নাকে-মুখে উলিয়াই সি খুব নির্বিকাৰ ভাবে সুধিলে—খুনী কোন ধৰা পৰিছেনে?

—ওহোঁ, নাই পৰা। তই কিবা জান নেকি?

সি আকৌ ছিগাৰেটত দীঘলকৈ টান এটা মাৰিলে। তাৰ পাছত খুব আৰামত ধোঁৱা উলিয়াই, টেবুলত পৰিথকা 'কোলিয়াৰ্ছ' খনৰ পাত বোৰ লুটিয়াই—লুটিয়াই—গহীনাই, উত্তৰ দিলে—খুনী কোন দিন ধৰা নপৰিব।

কিয়?

খুন কৰিছোঁ মই। আৰু মোক জীৱন্ত অৱস্থাত ধৰা পেলাবলৈ কাৰো সাধ্য নাই।

তাৰ কথা শুনি মই স্তম্ভিত হৈ গ'লোঁ। কিন্তু সি যি ভংগীত কথাষাৰ কলে, যেন মানুহ নহয়, বাটৰ বলিয়া কুকুৰ

এজনীহে মাৰি থৈ আহিছে—মই তাৰ আগত মোৰ বিস্ময় বোধটো প্ৰকাশ কৰা অৰ্থহীন বুলিয়ে ভাবিলোঁ। যিমান সম্ভৱ স্বাভাৱিক সুৰত সুধিলোঁ।—তাইক তই মাৰিলি কিয় ?

মোৰ কথালৈ কাণ নকৰি 'সি কোলিয়াছ'খনৰ পাত লুটিয়াই যাবলৈ ধৰিলে। তাৰ মনটো উধাও হৈ গৈছে কোনোবা দূৰ দেশলৈ। সমুদ্ৰ পৰ্ব্বত অৰণ্য পাৰ হৈ। হয়তো ঠিক এই মূহূৰ্ত্তত, তাৰ মনটো ঘূৰি ফুৰিছেগৈ চিন্‌চিনাটিৰ মায়া-মদিৰ ৰাতিৰ নিৰ্জ্জন আলিয়ে-গলিয়ে, হোটেলৰ সোণালী সন্ধ্যাৰ মদালস তৰংগ বিস্তাৰৰ মাজে মাজে। এন্ ইয়োৰ চ'ল এণ্ড মাই চ'ল উইল্ মিট্ইন্ ডা ডে' হোৱেন আই লে' ডিছ বডি ডাউন্……। এটা আশ্চৰ্য্য নষ্টাল্‌জিয়া-বোধে আচ্ছন্ন কৰি ৰাখিছে তাৰ চিৰ-দুখী চিৰ-নিঃসংগ মনটো। 'বব,'— মই খুব কোমলকৈ মাত লগালো।

সি ঘপহকৈ ঠিয় হৈ ৰুমটোত অস্থিৰ ভাৱে ঘূৰি ফুৰিবলৈ ধৰিলে। মই এইবাৰ অলপ টানকৈ মাত লগালো—'বব, তোৰ হৈছে কি ? কথাবোৰ ভালকৈ নকৱ কিয় ?

হঁ ?

সি বৈ গ'ল। তাৰ পাছত আগৰ ঠাইতে বহি কোলিয়াছ খনৰ পাতবোৰ এখিলা এখিলাকৈ ফালিবলৈ আৰম্ভ কৰিলে। তাৰ ভিতৰত এটা অন্ধ দানৱীয় আবেগে যেন প্ৰকাশৰ বাট বিচাৰি নেপাই গুমৰি মৰিছে ; আৰু অলপ পাছতে সি কি কৰিব পাৰে, তাকে ভাবি মোৰ ভয় লাগিল।



—গৌতম, তই কেতিয়াবা মানুহ মাৰি পাইছনে ? নাই পোৱা ? তই মুৰ্খ।—তই জীৱনৰ একোটো নেজান। মৃত্যুক যি মুখা-মুখিকৈ দেখা নাই, সি জীৱনকো দেখা নাই। মানুহ মাৰিবলৈ হলে গলা টিপি মৰাই আটাইতকৈ উত্তম। তোৰ দেহ যন্ত্ৰৰ ভিতৰৰ যি কণ ৰহস্যময় স্পন্দনে তোক ছবি অকোঁৱায়, গান গোৱাই, নাৰী-দেহ লৈ বীভৎস বিলাস কৰায়, সেই স্পন্দন যেতিয়া তোৰ চকুৰ আগতে কৰবালৈ উৰি যাবলৈ ধৰ-ফৰণি লগায়—উস্ সেই দৃশ্য কি আশ্চৰ্য্য সুন্দৰ, তই যদি এবাৰো দেখিলিহেতেন ! তাৰ ৰক্তাক্ত উত্তেজনাই তোৰ মনলৈ আনি দিব কিবা এক অনাস্বাদিত তৃপ্তি ; তোৰ অনুভৱ হব, তই যেন কোনোবা অদৃশ্য যাদুকৰৰ হাতৰ কিবা ভেল্কী-বাজী খেলাহে দেখিছ। কিন্তু সাৱধান, তই নিজে উত্তেজিত হলে নচলিব। শান্ত নিৰ্ব্বিকাৰে মন লৈ তই গোটেই দৃশ্যটো চাব পাৰিব লাগিব।

—বব, তই বলিয়া হৈ গলিনেকি ?—অত্পৰৰ মূৰত মই মাত লগালো। কোনো সুস্থ-মস্তিষ্কৰ মানুহে যে সেইবোৰ কথা ইমান স্বাভাৱিক ভাৱে কৈ যাব পাৰে, সেই কথা মোৰ বিশ্বাস নহ'ল। কিন্তু মোৰ কথা সি কাণতেই নুতুলিলে।

—তাইক তই মাৰিলি কিয় ? মই পুনৰ তাক সুধিলোঁ।

—কব নোৱাৰো। ইমানকে কব পাৰো যে তাইক মাৰিবলৈ মোৰ মন গৈছিল।

মোৰ মনৰ অন্ধকাৰত সেই সময়ত কি শক্তিয়ে কাম কৰিছিল, মই নেজানো। মই তাইৰ ওচৰলৈ প্ৰায়ে যাওঁ।

তাইৰ যৌৱন শেষ হৈ গৈছে, প্ৰায় বুঢ়ীয়ে বুলিব পাৰি। যৌৱন শেষ হওঁ হওঁ হোৱা আধা-বয়সীয়ে তিৰোতাৰ প্ৰতি মোৰ এটা অ-স্বাভাৱিক মোহ আছে। তাইৰ ওচৰলৈ যাতে আন মানুহ আহিব নোৱাৰে, সেই উদ্দেশ্যেৰে মই তাইক প্ৰচুৰ টকা দিছিলোঁ। তথাপি তাই চুৰকৈ মানুহ আনে। টকাৰ লোভত সে তাই তেনে কৰে, সেই কথা বিশ্বাস কৰিবলৈ মই টান পাওঁ। প্ৰবৃত্তিৰ তাড়নাত? ওঁহো, সিও নহয়। এবাৰ যি সেইটো পথত ভৰি দিছে, সিহঁতৰ দেহৰ ভোক বোলা বস্তু এটা নেথাকে। সিহঁতে মাত্ৰ বিচাৰে, বহু মানুহৰ বাসনাৰ মাজেদি নিজক বিচিত্ৰ ভাবে দেখাৰ কদৰ্য্য আত্ম-তৃপ্তি।

ববৰ মুখত নাৰীৰ মনস্তত্ব শুনিবলৈ মোৰ ধৈৰ্য্য নাছিল। মই প্ৰায় চিঞৰি উঠিলোঁ—তই তাইক কিয় মাৰিলি, সেই কথা নকৱ কিয়?

—কাৰণ, তাইক মই ভাল পাইছিলোঁ। মোকতো আৰু কোনো ভাল মাইকী মানুহে ভাল পাবলৈ নাহে। তাই বুঢ়ী হৈ আহিছিল। বেশ্যাৰ যৌৱনৰ বাহিৰে কোন ভৱিষ্যত নাই। এটা গলিত বীভৎস ভৱিষ্যতৰ হীন দাসত্বৰ পৰা মুক্তি দিবৰ কাৰণে তাইক মই হত্যা কৰিলোঁ।

মাৰিবলৈ মন গ'ল কাৰণেই সি এজনী মানুহ মাৰি পেলালে। কিন্তু অকল সেয়ে নহয়, ইয়াৰ পাছতো সি আৰু দুটা মানুহ মাৰিলে। অৱশ্যে এই দুয়োবাৰ টকাৰ কাৰণে। কিন্তু ডকাইতিৰ যি বৰ্ণনা সি মোক কৈ গ'ল, তাৰ পৰা মোৰ



বিশ্বাস নহল যে অকল টকাৰ কাৰণেই সি মানুহ মাৰিছে। জীৱনক সুন্দৰ ভাবে চাবলৈ বা গ্ৰহণ কৰিবলৈ যিখিনি মানসিক সম্বল দৰকাৰ, সেই খিনি তাৰ সমূলি নাই। সেয়েহে এটা তীব্ৰ জীৱন বিদ্বেষ, আৰু মৃত্যুৰ ৰহস্যময় চেতনাই সকলো সময়তে তাক ভূতৰ দৰে খেদি লৈ ফুৰায়। সি মৃত্যুক মুখা-মুখিকৈ চাব খোজে। তাৰ শংকাতুৰ আধ্যাত্মিক দৈন্য প্ৰকাশ পায়, তাৰ বে-পৰোৱা নৰহত্যা আৰু নানাবিধ কদৰ্য্য অপৰাধ-বৃত্তিৰ মাজেদি। ববৰ কাৰ্য্য-কলাপৰ মাজেদি মই যেন সমস্ত সভ্যতাৰ দেৱলীয়া ৰূপটো ফুটি উঠা দেখা পালোঁ।

এদিন সন্ধ্যা। ববে আমাৰ আটাই কেউটাকে নিমন্ত্ৰণ কৰি মাতি আনিছে। কেজিনোলৈ। কেজিনো হ'ল ডিব্ৰুগড়ৰ নৈশ-জীৱনৰ প্ৰাণ-কেন্দ্ৰ। মাতাল, জুৱাৰী, আৰু বোহেমিয়ানৰ আদ্দা। সন্ধ্যাৰ ঠিক পিছতেই আমি প্ৰায়েই ইয়াত গোট খাওঁহক; ৰাতি দুই-তিন বজালৈকে হৈ-হল্লা কৰি জুৱা খেলোঁ, মদ খাওঁ, এক কৃত্ৰিম উত্তেজনাৰ মাজত আমাৰ ভৱিষ্যত-হীন পঙ্গু জীৱনৰ দুশ্চিন্তাবোৰ পাহৰি থাকিবলৈ যত্ন কৰোঁ। তাৰ বাহিৰে আৰু একো কৰিবলৈ আমাৰ উপায় নাই। জীৱনৰ সুস্থ বিলাসৰ বাবে প্ৰয়োজন টকাৰ, প্ৰয়োজন মানসিক সংস্কৃতি আৰু নিৰ্ম্মল সামাজিক আৱহাৱাৰ। আমাৰ সেইবোৰ একোটোৱেই নাই। সেই বুলি আমি যে একেবাৰে হাত সাৱটি বহি আছো, সেইটোও নহয়। উদাহৰণ স্বৰূপে, ভিক্টৰৰ কথাকে কব পাৰি। সি আগৰৱাল্ এণ্ড আগৰৱাল্

মটৰ ৱার্কছত কাম কৰে, আৰু সি এটা প্ৰতিষ্ঠাৱান শ্ৰমিক নেতা। অলপতে মহঙীয়া বানচ বঢ়োৱাৰ দাবীত এটা শ্ৰমিক ধৰ্ম্মঘট পৰিচালনা কৰি সি সাফল্য আৰু সুখ্যাতি দুয়োটা অৰ্জ্জন কৰিছে।

পেৰেডাইজ ময়দানত তাৰ মুখৰ অগ্নিবৰ্ষী বক্তৃতা শুনি আহি, কেজিনোৰ অন্ধকাৰ চুক এটাত সস্তীয়া সিগাৰেট হুঁপি হুঁপি আগত মদৰ গিলাচ লৈ বিষন্ন মনেৰে বহি থকা ভিক্টৰক দেখিলে, কোনে বিশ্বাস কৰিব, যে এই মানুহ টোৱেই মাত্ৰ এক ঘণ্টাৰ আগতে, শ শ শ্ৰমিকৰ আগত আবেগময়ী ভাষাত জীৱনৰ মহত্বৰ সম্ভাৱনাৰ প্ৰতিশ্ৰুতি ডাঙি ধৰিছিল? তাক দেখিলে বিশ্বাস নহয় যে সি তাৰ নিজৰ জীৱনৰ কিবা ভবিষ্যত আছে বুলি ভাবে। তাৰ এই দ্বৈত ব্যক্তিত্বৰ মূল উৎস ক'ত? তাৰ উত্তৰ দিবলৈ মই অক্ষম। কাৰণ মোৰ নিজৰেই অৱস্থা— অকল মোৰে কিয়—আমাৰ লগৰ আটাই বোৰৰে অৱস্থা, ভিক্টৰতকৈ অলপো বেলেগ নহয়। মাহেকীয়া বানচ বৃদ্ধিৰ দাবীত ধৰ্ম্মঘত কৰিবাৰ সময়ত, আমি এটা যৌথ সামাজিক মনৰ অংশ মাত্ৰ। জীৱনৰ সামান্য অধিকাৰ বোৰলৈ আমি যুদ্ধ কৰি যাবলৈ তেতিয়া প্ৰেৰণা পাওঁ—এটা সমূহীয়া উত্তেজনাৰ পৰা। কিন্তু সকলো সামাজিক সম্পৰ্কৰ ৰাহিৰত, অকল ব্যক্তি হিচাবেও আমাৰ একোটা স্বকীয়া মন আছে। সেই মনৰ কোনো সংগ নাই, অৱলম্বন নাই। সেই মন সজীৱ হৈ থাকিব পাৰে মাত্ৰ জীবনৰ এটা মহত বিশ্বাসৰ ওপৰত নিৰ্ভৰ



কৰি। বিশ্বাসৰ এই অভাবেই হ'ল আমাৰ কালৰ আটাইতকৈ মৰ্ম্মন্তুদ অভিশাপ। কেজিনোৰ এই কদৰ্য্য বীভৎস জীৱন-যাত্ৰাই অতদিনৰ মূৰত এই এটা কথা মাত্ৰ মোক শিকাব পাৰিছে।

এখন ঘূৰণীয়া টেবুলৰ চাৰিও ফালে আমি পাঁচটা—মই, বব, ৰাণা, ভিক্টৰ আৰু ইদ্ৰিছ,—মুখা-মুখিকৈ বহিলো। আজি হৈ-হল্লা একোটো নাই, তাৰ পৰিবৰ্ত্তে আটাইৰে মুখত অবদমিত তৃপ্তিকৰ উত্তেজনাৰ আভাস। ববে কিবা গোপন কাৰণত বিশেষ ভাবে এই খানাৰ আয়োজন কৰিছে। কাৰণটো তাৰ বাহিৰে কোনেও নেজানে। সুধিবলৈকো কোনেও সাহ কৰা নাই। কাৰণ সি আগেয়ে কৈ থৈছে, খাই শেষ নকৰালৈকে সি একো কথা প্ৰকাশ নকৰে। খাওঁতেও যথেষ্ট সময় লাগিল। আজি আনদিনৰ উৎকট দেশী মদৰ পৰিৱৰ্ত্তে, সোণালী হেৱাৰ্ডচ, অপৰ্য্যাপ্ত মাংস কাটলেট...লাহে লাহে সকলো শেষ হৈ আহিল। অৱশেষত সেই চৰম মুহূৰ্ত্তটো আহিল। প্লেয়াৰ্চ্ ছিগাৰেট্ এটা ববে তাৰ মাংসল ওঁঠ দুটাৰে চেপামাৰি ধৰি অনুচ্চ কণ্ঠেৰে ঘোষণা কৰিলে: আজি মোৰ বিয়া।

বিয়া! ববৰ বিয়া! আকাশখন খহি আমাৰ মূৰৰ ওপৰত ভাগি পৰা হলেও আমি বেচি আচৰিত নহলোহেতেন। বিস্ময়ত হতবাক্ হৈ আমি ইটোৱে সিটোৰ চকুলৈ চাবলৈ ধৰিলোঁ। ৰাণাৰ মুখৰ পৰা সি কব নোৱাৰাকৈয়ে ছিগাৰেটটো খহি পৰিল। ইদ্ৰিছে গিলাচটো মুখৰ ওচৰলৈ নিবলৈ গৈ আধাবাটৰ পৰাই ঘুৰাই আনি টেবুলত থলে। আটাই

কেইটাৰে প্ৰায় বাহ্য-জ্ঞান-হীন অৱস্থা। ববে বোধহয় আমাৰ পৰা এইখিনি আগেয়েই আশা কৰিছিল। সেয়েহে তাৰ ইমান ষড়যন্ত্ৰ। আমাক তেনে অৱস্থাত দেখি সি মুখ টিপি টিপি হাঁহিবলৈ ধৰিলে। তাৰ অতপৰৰ নিৰূদ্ধ আবেগ হঠাতে এটা গানত ফাটি পৰিল ঃ আই ৰেষ্টলড্ উইড্ চাটান, আই ৰেষ্টলড্ উইড্ চিন—ষ্টেপ্ড অৱাৰ হেলএণ্ড কাম বেক এগিন······

লাহে লাহে আমি স্বাভাৱিক অৱস্থালৈ ঘূৰি আহিলোঁ। ৰাণাই মাত লগালে—বব্, ই বোৰ কেনে ব্যৱহাৰ? তোৰ বিয়া, অথচ আমাক এটা কথাও নুসুধিলি?

ববে উত্তৰ দিলে, তহঁতক নজনালোঁ ভয়ত। তহঁতক আগেয়ে জনোৱা হলে মোৰ কিজানি বিয়া কৰোৱা নহলেই-হেতেন। মোক জানো তহঁতে মানুহ বুলি ভাব?

তাৰ কথা মিছা নহয়। অন্ততঃ মই কথাষাৰ আগতে গম পোৱা হলে ববক বিয়া কৰাবলৈ দি এজনী নিৰীহ তিৰোতাৰ সৰ্ব্বনাশ হবলৈ নিদিলোহেতেন। কিন্তু যি হৈ গ'ল, তাক আৰু নোহোৱা কৰিব নোৱাৰি। ছোৱালী তই কৰ পালি? ববক সুধিলোঁ।

—বকুল বাগানত। কুলী ছোৱালী বুলিও তাইৰ গাত বিলাতী তেজ আছে। তাইৰ বাপেক কোন জান? বাগানৰ মেনেজাৰ গ্ৰেগাৰী চাহাব। সঁচাকৈয়ে কৈছো গৌতম তাইক দেখিলে তই মুগ্ধ নোহোৱাকৈ নোৱাৰ। অৱশ্যে তাইৰ নামটো মোৰ বৰ পছন্দ নহয়। মই তাইৰ নাম ৰাখিছো জুদি।



—কিন্তু তাই তোক বিয়া কৰিবলৈ ৰাজী হ'ল কেনেকৈ?

ববে মোৰ কথা শুনি হোঁ-হোঁকৈ হাঁহি উঠিল।—তাই ৰাজী হ'ল কিয়, মই সেই কথা কেনেকৈ কম? তই মোৰ লগতে ওলা। জুদিক তই নিজেই সুধিবি, তাই মোৰ দৰে পশু এটাক বিয়া কৰিবলৈ ৰাজী হ'ল কিয়?

সেই ৰাতিয়েই গলো ববৰ ঘৰলৈ। তাৰ নতুন সংসাৰ চাবলৈ। নাৰী-সৌন্দৰ্য্যৰ বৰ্ণনাত মই সিদ্ধহস্ত নহয়। নিজে জীৱনত বহু নাৰীৰ দ্বাৰা প্ৰত্যাখ্যাত হৈ, মই সকলো তিৰোতাৰ মুখতে এটা আত্মা-হীন মাংস-লোলুপতা দেখা পোৱা হলোঁ। কিন্তু জুদিক দেখি মই সঁচাকেয়ে মুগ্ধ হলোঁ। কলুষিত কামনাৰ ৰক্তাক্ত তৰংগ-শীৰ্ষত তাইৰ জন্ম। জীৱনৰ কোনো শুভ প্ৰেৰণাই তাইক এই পৃথিবীলৈ আদৰি অনা নাছিল। তাইৰ চকুৰ চাৱনি, মুখৰ গঢ়ন, দেহৰ ভঙ্গীমা—সকলোৰে মাজেদি ফুটি উঠিছে দেহ-সৰ্ব্বস্ব যৌবনৰ উদ্ধত মহিমা। ববক বিয়া কৰিবলৈ তাই ৰাজী হোৱাটো যে বৰ বিস্ময়কৰ কথা নহয়, তাইক দেখিয়ে মই বুজিব পাৰিলোঁ।

প্ৰায় মাজৰাতি ববৰ ঘৰৰ পৰা ঘূৰিলোঁ। সেই যোৱাই তাৰ ঘৰলৈ মোৰ শেষ যোৱা। তাৰ পাচৰ পৰা আৰু কোনো দিন মই সেই বাটেদি মূৰ কৰা নাই। তাৰ কাৰণ আছিল। জুদিক দেখিয়ে মই বুজিব পাৰিছিলোঁ, কোনোবা দিনা তাইৰ কাৰণেই ববৰ লগত মোৰ বন্ধুত্ব বিচ্ছিন্ন হবগৈ পাৰে। ঈশ্বৰক ধন্যবাদ, মোৰ অনুমান ভুল হোৱা নাছিল। অৱশ্যে দুৰ্ভাগ্যৰ

চিকাৰ মই নহলোঁ, হলগৈ ভিক্টৰ। জুদি আহিবৰ পৰাই, মোৰ বাহিৰে বাকী আটাই কেউটাৰে ববৰ ঘৰলৈ ঘন ঘন যাতায়াত আৰম্ভ হ'ল। কিন্তু সেই আটাই কেউটাৰে ভিতৰত ভিক্টৰ বেচেৰা কেনেকৈ জুদিৰ চকুত পৰিল, তাকে ভাবি মই আচৰিত হওঁ। তিৰোতাৰ কাম্য পুৰুষ হিচাবে সিয়ে আমাৰ ভিতৰত আটাইতকৈ অযোগ্য আছিল। ঢেলঢেলীয়া শেঁতা মুখখনেৰে ক্ষীণ চেহেৰাৰ মানুহটো···গুণৰ ভিতৰত তাৰ আছিল একমাত্ৰ দুঃখবিলাস। অৱশ্যে নাৰীৰ চৰিত্ৰ দেৱতায়ো বোলে নেজানে। যা হওক, ববৰ বিয়াৰ তিনিমাহৰ পিছতেই জুদিয়ে ভিক্টৰৰ লগত আৰম্ভ কৰি দিয়ে এক বিচিত্ৰ খেলা।

ববে কথাটো গম নোপোৱাকৈ নেথাকিল। কিন্তু সি পোনে পোনেই একো নকৰি মোৰ ওচৰলৈ আহি সকলো কথা কলেহি। তাৰ কথা শুনি মই উচপ্ খাই উঠিলোঁ। এই বাৰ কাৰ ভাগ্যত কি আছে কোনে জানে? কথাযাৰ পাতল কৰি দিবৰ মনেৰে মই তাক কলো: এজনী সামান্য মাইকীৰ কাৰণে তই ভাবি মৰিছ কেলৈ? তাই জানিবা নেথাকিলেই তোৰ লগত তাৰ পৰা তোৰ কি ক্ষতি হ'ল? দেহৰ ভোক পলুৱাবলৈ সংসাৰত আৰু বহুতো পথ আছে।

গৌতম, তয়ো তেনেকুৱা কথা কলি? মানি ললো, দেহৰ ভোক পলুৱাবলৈ সংসাৰত আৰু বহুতো পথ আছে। কিন্তু মনৰ? আত্মাৰ? মোৰ আত্মা বোলা বস্তু এটা নাই নেকি?

—তোৰ আত্মা থাকিলেই বা, তাৰ লগত তিৰোতাৰ



সম্পৰ্কটো আহিল ক'ৰ পৰা?—মোৰ কথা শুনি বব চুপ হৈ গল। কিন্তু মই বেছকৈয়ে বুজিব পাৰিলোঁ, তাৰ অন্তৰত বহুতো কথা গুমৰি মৰিছে। মাত্ৰ সি সজাই পৰাই কব নোৱাৰে। হয়তো সি কব খুজিছিল, অকল নাৰী-দেহৰ সম্ভোগতেই তাৰ বাসনাৰ শেষ হৈ যোৱা নাই। পৃথিবীৰ প্ৰতিটো সৌন্দৰ্য্যময় দৃশ্যই আমাৰ আত্মাত যি মৃত্যুৰ আকুতি জগাই তোলে, এই খণ্ডিত অসম্পূৰ্ণ বিশ্বৰ সিপাৰত জীৱনৰ পৰিপূৰ্ণ ৰূপ দেখাৰ যি ব্যাকুলতা সৃষ্টি কৰে, নাৰীৰ ভাল পোৱাৰ মাজেদিও আমি অনুভব কৰোঁ সেই একোটা স্পন্দন। অকল সেয়ে নহয়; শিল্পীয়ে তাৰ সৃষ্টিৰ মাজেদি আত্মাৰ মুক্তি বা প্ৰকাশৰ যি উল্লাস অনুভৱ কৰে, সাধাৰণ মানুহে সেই দুৰ্ল্লভ তৃপ্তিৰ একণিমানো অনুভব কৰিব পাৰে একমাত্ৰ নাৰী-হৃদয়ৰ ৰহস্যৰ অন্ধকাৰত নিজকে বিলীন কৰি দিহে। কোনো সৃজনশীল কামৰ মাজেদি যাৰ হৃদয়াবেগ বিস্ফুৰিত হোৱা নাই, অথচ যি তিৰোতাৰ ভাল-পোৱাও জীৱনত পোৱা নাই—সেই দুৰ্ভগীয়া নিশ্চয় জীৱনৰ চিৰন্তন ৰহস্য-চেতনাৰ পৰা নিষ্ঠুৰ ভাবে বঞ্চিত হৈছে। জীৱনৰ কোনো সম্ভাৱনাতে সি বিশ্বাস ৰাখিব নোৱাৰে।

অৱশ্য এইবোৰ কথা ববে মোক নিজে কোৱা নাছিল। সি নিজে কোনো কথা কব নেজানে। তাৰ বিষয়ে মই যি বোৰ মন্তব্য কৰিছোঁ, সকলোবোৰ মোৰ অনুমান মাত্ৰ। কিন্তু তাৰ লগত মোৰ ঘনিষ্ঠতা ইমান বেছি আছিল আৰু তাক মই

ইমান সহানুভূতিৰে বিচাৰ কৰিছিলোঁ যে মোৰ অনুমান বোৰ খুব বেছি অসত্য হব বুলি মই নেভাবো। যা হওক ববে বহুত পৰ চুপচাপ থাকি এবাৰ ঘপহ কৰে মাত লগালে।—আচ্ছা গৌতম, মই এতিয়া যাওঁ। কিন্তু এটা কথা। আজি ৰাতি দহমান বজাত তই মোৰ ঘৰলৈ যেনে তেনে এপাক যাবি। খুব দৰকাৰী কথা আছে। এই বুলি কৈয়ে সি গুছি গ'ল।

নিতান্ত অনিচ্ছা সত্বেও ববৰ মানসিক অস্থিৰতাৰ কথা ভাবিয়েই মই তাৰ ঘৰলৈ গলোঁ। দুৱাৰখন মেলি দেখিলোঁ, ববে খিৰিকিখনৰ কাষত ছিগাৰেট হুঁপি হুঁপি ঠিয় দি আছে। মোক দেখিয়ে তাৰ মুখত এটা স্বস্তিৰ আভাস ফুটি উঠিল। মই বহিয়ে তাক সুধিলোঁ—জুদি কলৈ গ'ল ?

পোনেই আহিয়েই জুদিৰ খবৰ লৈছে দেখোন। কিবা মতলব আছে নেকি ? সেই বুলি কৈয়ে সি মোক ছিগাৰেট এটা দিলে। তাৰ পাছত ওচৰৰ বিছনা খনৰ পৰা এখন ব্লেংকেট ডাঙি ধৰি সি কলে—এয়া জুদি, চা। মই ভয় আৰু আতংকত জাপ মাৰি উঠিলোঁ। উস্ কি বীভৎস দৃশ্য! ইমান নিষ্ঠুৰ ভাবে জুদিক হত্যা কৰা হৈছে যে গোটেই দৃশ্যটোৰ অমানুষিকতাত মোৰ গাৰ নোম ডাল্ ডাল্ হৈ উঠিল। বব্—মই প্ৰায় আৰ্ত্তনাদ কৰি উঠিলোঁ।

—তোৰ তাৰ পৰা আহিয়েই মই বহুতো চিন্তা কৰিলোঁ, গৌতম। এবাৰ ভাবিছিলোঁ, ভিক্টৰকেই মাৰি পেলাওঁ নেকি ? কিন্তু সেইটো খুব নীচ-কাম হলহেতেন। জুদিকো মই খুব



সহজ ভাবেই মাৰিব পাৰিলোহেতেন। কিন্তু তাই দেহৰ পৰা শেষ বাৰৰ কাৰণে চৰম তৃপ্তি কণ উজাৰ কৰি লবলৈকে, মই তাইক তিল তিলকৈ হত্যা কৰিলোঁ। হাতুৰিৰ প্ৰথম মাৰটো পৰোতেই, তাইৰ মুৰৰ পৰা তেজৰ সোঁত যেতিয়া চাৰিওফালে চিটিকি পৰে, মই তৃপ্তিৰ উত্তেজনাত অন্ধ হৈ গৈছিলোঁ। তাইক সোণকালে মাৰি পেলাবলৈ মোৰ মন নগৈছিল। তেজ সুলিওৱাকৈ মানুহ খুন কৰাটো নিতান্ত মুৰ্খামি। হত্যাৰ আচল সৌন্দৰ্য্যটোৱেই থাকে তেজৰ উত্তেজনাত। মানুহৰ জন্ম যেনেকুৱা এটা ৰক্তাক্ত বীভৎস ব্যাপাৰ, মৃত্যুও হোৱা উচিত তদ্ৰূপ।......হুঁ মৃত্যু! মৃত্যু!

ববৰ বলিয়ালি শুনিবলৈ মোৰ ধৈৰ্য্য নাছিল। তাৰ লগত পৰি ময়ো নিশ্চয় বলিয়া হৈ গৈছিলোঁ। কাৰণ হঠাতে মোৰ এনে হেন অনুভব হ'ল, যেন ববে একো বেয়া কাম কৰা নাই। জীৱনৰ মূল প্ৰবৃত্তি যুক্তি নহয়, আবেগ। পৃথিবীৰ সৰ্ব্বোত্তম কলা-সৃষ্টিৰ মূলতে কোনো যুক্তি নাই। আছে মাত্ৰ আবেগ। সেই আবেগ, জীৱনৰ মহত্তৰ সৌন্দৰ্য্যৰ কাৰণে মানৱাত্মাৰ চিৰন্তন বাসনাৰ আবেগ। জীৱনৰ যি অজ্ঞাত ৰহস্যৰ চেতনাই ববক হাঁহিমুখে নাৰী হত্যা কৰিবলৈ উদ্গনি দিছে, কোনো যুক্তিৰ আদালতত তাৰ প্ৰকৃত বিচাৰ হব নোৱাৰে। মানুহৰ যুক্তি বা বুদ্ধি-সঞ্জাত জ্ঞানে মনৰ বহিৰংগ মাত্ৰ স্পৰ্শ কৰিব পাৰে ; কিন্তু আত্মাৰ অন্ধকাৰত যি বোৰ আদিম চিৰন্তন প্ৰবৃত্তিয়ে কাম কৰি আছে, তাক প্ৰকৃত

পৰিপ্ৰেক্ষিতত বিচাৰ কৰিবলৈ যুক্তিৰ সাধ্য নাই। জুদিক হত্যা কৰি ববে তাৰ জীৱন বিপদাপন্ন কৰিছে, সি তাৰ দুৰ্নিবাৰ আবেগৰ আগত জীৱনৰ সকলো সুখ স্বাচ্ছন্দ্য বলি দিছে। অথচ—মোৰ অনুভৱ হ'ল—তাতকৈ পৃথিবীত যেন কোনো সুখী নাই। কাৰণ সি নিজকে বিচাৰি পাইছে।·····মানুহৰ জীৱনলৈ মৃত্যু যেনে তেনে এবাৰ আহিবই। বৰং ববৰ হাতত জুদিৰ এই মৃত্যুটো বৰণীয় আৰু সুন্দৰ বুলিয়েই মই বিবেচনা কৰিলোঁ। কোনে জানে ব্যাধিৰ কবলত পৰা হ'লে তাইৰ মৰণ ইয়াতকৈয়ো বীভৎস নহলহেতেন বুলি ?

এতিয়া কি কৰিবি ? মই ববক সুধিলোঁ।

পুলিচলৈ বাট চাম। তই যাগৈ, যা।

মই নিজেও মনে মনে ভাবিলোঁ, মই ইয়াৰ পৰা যোৱাই উচিত। কিন্তু কি আশ্চৰ্য্য, মোৰ বিবেকতকৈ বহুগুণে শক্তিশালী এক দুৰন্ত আবেগে এটা প্ৰাগৈতিহাসিক অতিকায় জন্তুৰ হিংস্ৰতাৰে মোক হেঁচা মাৰি ধৰি আছে। উঠি যাবলৈ মোৰ তিল মানো শক্তি নাই। আগত জুদিৰ প্ৰাণ-হীন দেহাটো লৈ বব আৰু মই হালেই মুখামুখিকৈ বহি পুলিচলৈ অপেক্ষা কৰিছোঁ। ঠিক এই মুহূৰ্ত্তত মই কি চিন্তা কৰিছোঁ ববে নিশ্চয় নেজানে। পুলিচ আহিলে মই নিজকে যদি হত্যাকাৰী বুলি পৰিচয় দিওঁ, সি নিশ্চয় খুব আচৰিত হৈ যাব।

অন্ত